# প্ৰাচীন অসমীয়া অভিধান

(মহাভাগৱত, মদ্ভাগৱতগীতা, কীৰ্ত্তন ঘোষা, নাম ঘোষা, দশম, ভক্তি ৰত্নাকৰ, বিষ্ণুপুৰাণ, উদ্ধৱ গীতা, বৰগীত আৰু অন্যান্য শাস্ত্ৰৰ প্ৰাচীন শব্দাৱলীৰ অৰ্থ, চৰিত্ৰাৱলীৰ চমু পৰিচয় ও প্ৰাসঙ্গিক টোকা সম্বলিত)


**শ্ৰীবিপিন চুতীয়া**

এম, এ, বি, টি




**Prachin Assamiya Abhidhan** : An Ancient Assamese Dictionary with a brief identity of characters and referencial notes written by shri. Bipin Chutia, M. A. BT Retired Principal and Ex- member of the Central Committee of Srimanta Sankardev Sangha, and Published by Sri Naba Kalita, on behalf of Kiran Prakashan, D. K. Market Complex, Chariali Dhemaji-787057.

---

First Edition : 2007 Price :100/-

প্ৰথম প্ৰকাশ ঃ ২০০৭

প্ৰকাশক ঃ নব কলিতা
কিৰণ প্ৰকাশন
ডি.কে. মাৰ্কেট, ধেমাজি চাৰিআলি
ধেমাজি-৭৮৭০৫৭
ফোন -০৩৭৫৩- ২২৫৮০৩

মূল্য ঃ ১০০.০০ টকা

ডি.টি.পি. ঃ দেৱীলতা, নিবেদিতা

মুদ্ৰক ঃ ধেমাজি অফচেট্ প্ৰিন্টাৰ্চ
ৰতনপুৰ, ধেমাজি-৭৮৭০৫৭
ফোন ঃ ০৩৭৫৩-২২৪২৮৮

# প্ৰাচীন অসমীয়া অভিধান

"ঈশা বাস্য মিদং সৰ্ব্বং যৎ কিঞ্চ জগত্যাংজগৎ।
তেন ত্যক্তেন ভুঞ্জীথা মা গৃধ ঃ কস্যস্বিদ ধনম্।।
(১ম শ্লোক ঃ ঈশোপনিষদ)

অৰ্থাৎ - "ভগৱান সকলোতে চৈতন্য হৈ আছে। আমাৰ নিজৰ বুলিবলৈ একোৱেই নাই। আমাৰ শৰীৰটোও ভগৱন্তৰে ঐশ্বৰ্য্য। ইয়াক পালন পোষণ কৰিবলৈ প্ৰয়োজন হোৱা দাৰুব্ৰহ্ম অৰ্থাৎ আহাৰ খিনিও তেওঁৰে সম্পদ। আমাৰ প্ৰয়োজনৰখিনি তেওঁ আমাক দিবই। ওপৰঞ্চিখিনি তেওঁৰে সম্পত্তি আৰু তেৰেঁই গৰাকী। ভগৱন্তৰ সম্পদৰাজি আমি ৰাখিবও নোৱাৰোঁ। গতিকে সমগ্ৰ ঐশ্বৰ্য্য-সম্পদ ভগৱানৰে দান বুলি আমি ত্যাগ কৰিব লাগে। ত্যাগ কৰাৰ পাচতো তেওঁ সেইখিনি জীৱক দি জীয়াই ৰাখে। পুত্ৰৈষণা-পুত্ৰৰ প্ৰতি, লোকৈষণা-স্বৰ্গলাভৰ প্ৰতি, বিত্তৈষণা-বিত্তৰ প্ৰতি, কামনাই জীৱক কৰ্ম্মত লিপ্ত কৰায়। সেইবাবে এষণা অৰ্থাৎ কামনা ত্যাগ কৰি কৰ্ম কৰিলে নিকাৰ ভুগিব নালাগে। উপনিষদত কৈছে —"মা গৃধ ঃ কস্যস্বিদ ধনম" অৰ্থাৎ আনৰ ধনৰ প্ৰতি লোভ কৰিব নালাগে। কঠোপনিষদত কৈছে —

"ন বিত্তেন তৰ্পণীয়ো মনুষ্যো" - অৰ্থাৎ বিত্ত লাভৰ বাবেই জীৱৰ হিতাহিত জ্ঞান লোপ পায়।"

শ্ৰীবিপিন চুতীয়া, এম, এ, বি, টি
অৱসৰ প্ৰাপ্ত অধ্যক্ষ
(ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক বঁটা প্ৰাপ্ত শিক্ষক)

## লিখকৰ বক্তব্য—

।। "ওঁ নমো ভগৱতে বাসুদেবায়" ।।

বৈকুণ্ঠ প্ৰয়াণৰ সময়ত মহাভক্ত উদ্ধৱে ঈশ্বৰ কৃষ্ণক প্ৰশ্ন কৰিলে —

"ত্বদ বিয়োগেন তে ভক্তাঃ কথং স্থাস্যতি ভূতলে।

নিগুনোপাসনে কষ্টমত ঃ কিঞ্চিদ্বিচাৰয়ঃ ।। ভাগৱত - ৩/৫১ অৰ্থাৎ "আপোনাৰ অবিহনে ভক্তই কেনেকৈ কাল যাপন কৰিব ? নিগুণ উপাসনা কষ্টময়, উপায় দিয়ক।" তেতিয়া কৃষ্ণই তেৰাৰ সমস্ত শক্তি ভাগৱততে থাপি অৰ্ন্তধ্যান হ'ল, বিলীন হ'ল। অন্তিম সময়ত কৃষ্ণই ঘোষণা কৰি গ'ল —

"তেনয়ং বাঙ্ময়ীমূৰ্ত্তিঃ প্ৰত্যক্ষাবৰ্ত্ততে হৰেঃ।

সেৱনাৎ, শ্ৰৱনাৎ, পাঠাৎ, দৰ্শনাৎ - পাপনাশিনী।।"

-ভাগৱত- ৩/৬২

অৰ্থাৎ - "ভাগৱত ভগৱন্তৰ বাঙ্ময় মূৰ্ত্তি (শব্দব্ৰহ্ম, অক্ষৰব্ৰহ্ম)। ভাগৱতও ঈশ্বৰ কৃষ্ণ সাক্ষাতে বিদ্যমান। চৈতন্যমূৰ্ত্তি ভাগৱতক সেৱা কৰিলে, শ্ৰৱণ কৰিলে, পাঠ বা কীৰ্ত্তন কৰিলে,দৰ্শন কৰিলে- কোটি কোটি জন্মৰ পাপ বিমোচন হয়।"

ভাগৱত সম্পৰ্কত শ্ৰীমন্ত শংকৰদেৱ গুৰুজনাই ভাগৱতৰ দশম স্কন্ধত কৈছে—

"শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন
মহাভাগৱত কথাসাৰ।
ইসে পুৰাণৰ সূৰ্য্য ভকতিৰ প্ৰকাশক
সমস্তে বেদৰ সাৰোদ্ধাৰ।। ৪৯৫।।"

অৰ্থাৎ - "ভাগৱত কৃষ্ণত মন অৰ্পণ কৰি মহাভাগৱতৰ অমৃতময় কথা শুনাহঁক; অষ্টাদশ পুৰাণৰ ভিতৰত মহাভাগৱত পুৰাণ সূৰ্য্য সদৃশ। ইয়াত কেৱল ভক্তিৰসহে প্ৰকাশিত হৈছে। বেদৰ সৰহভাগ ভাগৱতত মূৰ্ত্তি মান হৈ উঠিছে।"

"শুনাআৰ তত্বভেদ কল্পতৰু ভৈলাবেদ
তাৰফল মহাভাগৱত।
নাহিআৰ সিঠাছাল নাছিলেক এতকাল
স্বৰ্গ মৰ্ত্ত্য পাতাল মধ্যত।।"

স্বাদত অমৃতময়          কেৱলে আনন্দ ৰস
আছিল পূৰ্ব্বত বৈকুণ্ঠত।
কৃষ্ণৰ কৃপাত পাছে       অৰ্দ্ধেক বয়স গৈলে
পাইলা ব্ৰহ্মা পদ্ম কলপত।।" ৪২৬

অৰ্থাৎ - বেদ কল্পতৰু শাস্ত্ৰ, কল্পতৰুৰ অমৃতময় ফল হৈছে মহাভাগৱত। এই ভাগৱত ফলৰ সিঠা নাই, ছাল নাই। স্বৰ্গ-মৰ্ত্ত্য-পাতালত ইমান দিন ধৰি এই শাস্ত্ৰ নাছিল, ভাগৱত ফল অমৃততকৈ সোৱাদ, ইয়াত থকা আনন্দ ৰস ৰসময় আৰু এই ভাগৱত পূৰ্ব্বকালত বৈকুণ্ঠত আছিল। আধাকাল পাৰহৈ যোৱাৰ পাচত কৃষ্ণৰ কৃপাত ব্ৰহ্মাদেৱে পদ্মকল্পত কৃষ্ণৰ পৰা লাভ কৰে।"

"ব্ৰহ্মা দিলা নাৰদক          ইটো ফল ৰহস্যক
নাৰদে ব্যাসক আনি দিলা।
নগৈল তিলেকো ভাগি          ইডালে সিদালে লাগি
শুক মুখে ভূমিত পৰিলা।
কৰাপান ফল ইটো          যাৰ আছে ভাগ্য যিটো
ৰস বিভাবনত চতুৰ।
সাধু সঙ্গে যত্ন কৰি          কৃষ্ণ কথা কৰ্ম ভৰি
সমস্তে আপদ কৰা দূৰ।।" ৪২৭

অৰ্থাৎ - ব্ৰহ্মাই এই ভাগৱত নাৰদক, নাৰদে ব্যাসক, ব্যাসে শুকক আৰু শুকে পৰীক্ষিতৰ আগত মৰ্ত্ত্যত ব্যক্ত কৰে। এজনৰ পৰা আনজনলৈ সৰকি আহোতে অকণমানো লৰচৰ হোৱা নাই। ভাগ্যবান জনেহে এই ৰস পান কৰিব পাৰে অৰ্থাৎ তেওঁ নিশ্চয়ে ভক্তিৰসাপ্লুত হ'ব লাগিব। সাধুসঙ্গত কৃষ্ণ কথা কাণ ভৰি শুনিলে সমস্ত আপদ বিঘিনি দূৰ হয়।"

দ্বাদশ স্কন্ধ মহাভাগৱত গীতা, কীৰ্ত্তন, নামঘোষা, দশম, উদ্ধৱ গীতা, ভক্তি ৰত্নাকৰ, বিষ্ণুপুৰাণ আদি শাস্ত্ৰৰাজিৰ সম্যক উপলব্ধি কৰিবলৈ হলে ইয়াত থকা কঠিন শব্দাৱলীৰ অৰ্থ জানিব লাগিব আৰু বিভিন্ন চৰিত্ৰ সমূহৰ বিষয়েও অতি সংক্ষিপ্ত ভাৱে হলেও জানিবই লাগিব। প্ৰাচীন সাহিত্যৰ শব্দাবলী আৰু তাৰ অৰ্থৰাজি আধুনিক ভাষাৰ অভিধানত বিচাৰি পোৱা প্ৰায়ে নাযায়। ভকত বৈষ্ণৱ আৰু তত্ত্ব-জিজ্ঞাস লোকে অৰ্থ বিচাৰি হাবাথুৰি খায় আৰু অৰ্থ নজনাৰ বাবে ৰসোপলব্ধিত বাধা আহি পৰে। সেইবাবে এই অভাজনে বহুজনৰ অনুৰোধ ক্ৰমে আৰু কিৰণ প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীনৱ কলিতাৰ আহ্বানত বহুত কষ্ট স্বীকাৰ কৰি ভাগৱত অভিধান আৰু চৰিত্ৰাৱলীৰ পৰিচয় লিখি প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰা হ'ল।

প্ৰাথমিক, আঞ্চলিক ভাগৱত পাঠ - অনুষ্ঠানত আৰু অন্যান্য বিভিন্ন ধৰ্ম্মালোচনী অনুষ্ঠানত ভাগৱত ব্যাখ্যা কৰিবলৈ এই অভাজনে বাধ্য হৈ আহিছোঁ। তদুপৰি নাম-

ঘোষা, ভক্তিৰত্নাকৰ, ভক্তিৰত্নাৱলী, কৃষ্ণ-গীতা, উদ্ধৱ-গীতা, কীৰ্ত্তন, দশম আদিৰ ব্যাখ্যাও কৰিবলগাত পৰিছোঁ-, সেয়ে বাধ্যহৈ প্ৰাচীন সাহিত্যৰ শব্দাৱলীৰ অৰ্থ সংগ্ৰহ কৰিব লগাহৈ আহিছে। বিভিন্ন প্ৰাচীন গন্থৰ টীকা-ভাষ্যাদিও চাবলগা হৈছে। বেঙ্গলী ভাষাত লিখা মহাভাগৱতৰ সহায় লোৱা হৈছে।

ইতিমধ্যে উপনিষদ, বৰগীত-নামঘোষা তত্ত্ব-ৰহস্য, গীতাৰ প্ৰতি ধ্বনি, কথা-কীৰ্ত্তন-ঘোষা আদি গ্ৰন্থ আমাৰ দ্বাৰা লিখি প্ৰকাশ কৰা হৈছে। তদুপৰি এক শৰণ হৰি নাম ধৰ্ম্মৰ ওপৰত প্ৰায় তিনিশৰো অধিক প্ৰবন্ধ মণিকাঞ্চন, নামধৰ্ম্ম, স্মৃতি গ্ৰন্থ, বাতৰি কাকত আদিত প্ৰকাশ কৰা হৈছে। সমস্ত লিখনি বোৰত প্ৰয়োজন সাপেক্ষে প্ৰাচীন শব্দাৱলী প্ৰয়োগ কৰি তাৰ অৰ্থও সহজ-সৰল ভাবে প্ৰকাশ কৰি অহা হৈছে।

ভাগৱত মহাশাস্ত্ৰ, মদ্ভাগাৱত গীতা, নামঘোষা, কীৰ্ত্তন ঘোষা, দশম, উদ্ধৱগীতা, বৰগীত, ভক্তি ৰত্নাকৰ, বিষ্ণুপুৰাণ আৰু অন্যান্য শাস্ত্ৰ পাঠ কৰোতে ভক্তবৃন্দই যাতে কঠিন শব্দাৱলীৰ অৰ্থ বুজিব পাৰে আৰু চৰিত্ৰাৱলীৰ চমু পৰিচয় পাব পাৰে এই লক্ষ্য আগত ৰাখি "প্ৰাচীন অসমীয়া অভিধান" - সুধীসমাজলৈ আগবঢ়োৱা হ'ল ; তেৰাসবে ইয়াৰ পৰা উপকাৰ লাভ কৰিলে - আমাৰ কষ্ট লাঘব হ'ব। সেয়ে সকলো ভক্ত প্ৰাণলোকলৈ সেৱা আগবঢ়ালো আৰু আমাৰ অপ্ৰত্যাশিত ভুলৰ বাবে ক্ষমা প্ৰাৰ্থী হৈ ৰলোঁ।

।। কৃষ্ণায় নমঃ ।।

— বিপিন চুতীয়া

# বিষয়সূচী

প্ৰথম খণ্ড

# ভাগৱত-অভিধান
# আৰু
# চৰিত্ৰাৱলীৰ পৰিচয়

# প্ৰথম খণ্ড

# ভাগৱত - অভিধান
# আৰু
# চৰিত্ৰাৱলীৰ পৰিচয়

## ।। 'অ' ।।

অৰ্কতা - কাৰ্য্যহীন, ধৰ্ম্ম-অৰ্থ, কাম-মোক্ষ, আয়ু, যশ আৰু সম্পদৰ প্ৰতি মন লালায়িত নোহোৱা আৰু সৰ্ব্বত্যাগী, অবধূত।

অকিঞ্চন - নিঃস্ব, যাৰ একোৱেই নাই।

অকুতোভয় - ভয়হীন, যাৰ কতোৱেই ভয় নাই।

অকৃত ব্ৰণ - এজন ঋষি ; পৰশুৰামৰ শিষ্য বিশেষ। সূতৰ গুৰু।

অক্ৰূৰ - ক্ৰূৰ নোহোৱা, সৰল। যদুবংশৰ শাফল্কৰ পুত্ৰ, মাক গান্দিনী। অক্ৰূৰৰ পত্নীৰ নাম সুতনু আৰু পুত্ৰ দ্বয় দেৱক ও উপদেৱক। কংসৰ ধনুৰ্যজ্ঞলৈ কৃষ্ণ-বলৰামক আনে আৰু স্যমন্তক মনি এসময়ত নিজৰ ওচৰত ৰাখি অযস্ৰ ধন-সোণ লাভ কৰিছিল। অকাতৰে দান কৰিছিল বাবে এওঁক দান পতিও বোলে। মথুৰাৰ পৰা দ্বাৰকালৈ গৈ যদুকুল ধ্বংসৰ সময়ত মৃত্যু হয়।

অক্ষয় তূণীৰ - যাৰ শৰৰ তূণ শেষ নহয়।

অক্ষৌহিনী - ৰথ, গজ, অশ্ব আৰু পদাতিৰে গঠিত চতুৰঙ্গ সেনা। এক অক্ষৌহিনী সেনাও ২১, ৮৭০ খন ৰথ, ২১, ৮৭০ টা হাতী, ৩৫, ৬১০ ঘোঁৰা আৰু ১,০৯, ৩৫০ জন পদাতি সৈন্য থাকে।

অগস্ত্য - 'অগ' মানে পৰ্ব্বত। ব্ৰহ্মাৰ পুত্ৰ মৰীচি, মৰীচিৰ পুত্ৰ কশ্যপ,

কশ্যপৰ পুত্ৰ সূৰ্য্য আৰু সূৰ্য্যৰ পুত্ৰ অগস্ত্য। যজ্ঞ স্থলীত উৰ্ব্বশীক দেখি মিত্ৰ বাসূৰ্য্য আৰু বৰুণৰ (জলধিপতি) ৰেতঃস্খলন হয়। যজ্ঞৰ কুম্ভত ৰক্ষিত ৰেতস্ৰ পৰা বশিষ্ঠ ও অগস্ত্যৰ উৎপতি হয় বাবে এওঁলোকক 'কুম্ভযোনি' বোলা হয়। পিতৃদ্বয়ৰ নাম অনুসাৰে এওঁলোকৰ নাম মিত্ৰাবৰুণি। অগস্ত্যৰ গৰ্ভত জন্মান্তৰে জঠৰ অগ্নি আছিল। তেওঁ

কালকেয় দৈত্য নিধনৰ বাবে গণ্ডুষতলৈ সমুদ্ৰ শোষণ কৰিছিল। ইল্বল দৈত্যই ভায়েক বাতাপীৰ মাংস অগস্ত্যক ভক্ষণ কৰাইছিল ; যাতে অগস্ত্যৰ জঠৰাগ্নি শেষ কৰিব পাৰে ; কিন্তু অগস্ত্যই বাতাপীক জীৰ্ণ কৰি পেলালে। বিন্ধ্যাপৰ্ব্বত গৈ সূৰ্য্যৰ গতিৰোধ কৰিবলৈ বাঢ়ি যোৱাত দেৱসবৰ অনুৰোধত তেওঁ পৰ্ব্বতত্তকৈ ওপৰলৈ বাঢ়ি গ'ল আৰু বিন্ধ্যাপৰ্ব্বতে নমস্কাৰ কৰি মূৰ দোৱাই থাকিল। তেওঁ মলয়াচলত আশ্ৰম পাতি থাকিলগৈ। ৰামচন্দ্ৰই বনবাস কালত এওঁৰপৰা ইন্দ্ৰপ্ৰদত বৈষ্ণৱধনু, অক্ষয়তূণ, শৰ ও খড়গ লাভ কৰে। এওঁ জীৱৰ শ্ৰেষ্ঠাঙ্গ সংগ্ৰহ কৰি মনোহাৰিণী লোপামুদ্ৰাক সৃষ্টি কৰি পত্নী হিচাবে গ্ৰহণ কৰিছিল। এওঁ উৰ্ব্বসী, নাৰদৰ বীনাক আৰু নহুসক অভিশাপ দিছিল। বৰ্তমান তেওঁ দক্ষিণ দিশত নক্ষত্ৰৰূপে বিৰাজমান।

অগ্নি - বহ্নি, অনল। ই তিনি প্ৰকাৰ - ভৌম, দিব্য আৰু জঠৰ। কাঠ আদিৰ পৰা উৎপন্ন হোৱা অগ্নি - ভৌমাগ্নি, জল-বায়ুৰ পৰা বিদ্যুৎ বজাদি দিব্যাগ্নি অন্নপানাদি পৰিপাক কাৰী উদৰস্থ অগ্নি জঠৰাগ্নি। পৰম পুৰুষৰ মুখৰ পৰা অগ্নি দেৱৰ সৃষ্টি হয়। ছাগ অগ্নিৰ বাহন। স্বাহা এওঁৰ পত্নী পূব-দক্ষিণ দিশৰ দিকপাল। অগ্নিহোত্ৰ-হোমকাৰ্য্য।

অগ্নিষ্টোম - বহুপ্ৰজা সৃষ্টিৰ বাবে প্ৰজাতিয়ে কৰা পাচদিনীয়া বসন্ত কালৰ যজ্ঞবিশেষ।

অঘাসুৰ - ব্ৰহ্মালোকত দ্বাৰীৰূপে 'মহাবৃন্দ' আৰু মহাবলী আছিল আৰু নাৰদক ব্ৰহ্মালোকত প্ৰবেশৰ বাধা প্ৰদান কৰাত নাৰদৰ শাপত অঘাসুৰ আৰু বকাসুৰ নামে জন্মগ্ৰহণ কৰে আৰু অঘাসুৰে অজগৰ ৰূপ ধৰি কৃষ্ণক গিলিবলৈ লোৱাত মৰি শাপমুক্ত হয়।

অঙ্ক কোলা।

অঙ্গ - দেহ, অঙ্গদেশ, (বৰ্ত্তমানৰ ভাগলপুৰ অঞ্চল), বলিৰ ক্ষেত্ৰজ পুত্ৰ।

অঙ্গজ —— অঙ্গৰ পৰা জন্ম যাৰ অৰ্থাৎ পুত্ৰ। অঙ্গজা মানে কন্যা।

অঙ্গিনা - চোতাল। প্ৰাঙ্গন।

অঙ্গিৰস - এজন ঋষি।

অঙ্গিৰা - ব্ৰহ্মাৰ মানস পুত্ৰ তপস্যাৰ বলত অগ্নিসম তেজস্বী হৈছিল। কৰ্দমৰ কন্যা শ্ৰদ্ধা এওঁৰ পত্নী।

অঙ্গৰী - আঙুলিত থকা আঙঠি।

অচ্যুত - যাৰ চ্যুতি বা স্খলন নাই। ধ্ৰুব, বিষ্ণু বা কৃষ্ণ।

অজ - জন্মহীন। সূৰ্য্যবংশীয় ৰজা ৰঘুৰপুত্ৰ আৰু দশৰথৰ পিতৃ। এওঁ বিদৰ্ভৰ ৰাজকন্যা ইন্দুমতীক বিয়া কৰে।

অজগৱ - শিৱৰ ধনু।

অজগৰ - অজ (ছাগ) + গৰ (ভক্ষক)। বৃহৎ আকাৰ সৰ্প।

অজামিল - ব্ৰতভ্ৰষ্ট এজন ব্ৰাহ্মণ, মহাপাপী কান্যকুব্জৰ ব্ৰাহ্মণ। বেশ্যাত পতিত হৈ দশপুত্ৰৰ জন্ম দিয়ে আৰু কনিষ্ঠ পুত্ৰৰ নাৰায়ণ নাম ৰাখি মৃত্যুৰ সময়ত নাৰায়ণ নামলৈ সদগতি লভে।

অজিতেন্দ্ৰিয় - জিতেন্দ্ৰিয় নোহোৱা।

অজীগৰ্ত্ত - শুনশেফৰ পিতৃ, ৰামায়ণৰ ঋচিক।

অণ্ডজ - অণ্ড বা কণীৰ পৰা জন্মা, পক্ষী, সাপ, মাছ, কাছ আদি।

অঞ্জন - চকুত লগোৱা প্ৰসাধন।

অতেৰ - অত এব, এতেকে।

অত্ৰি - (১) চন্দ্ৰৰ পিতৃ (২) ব্ৰহ্মাৰ মানসপুত্ৰ, সপ্তৰ্ষিৰ এজন। এওঁৰ পত্নী অনসূয়া। অত্ৰি-অনসূয়াৰ পুত্ৰ দুৰ্ব্বাসা। বনবাসত ৰামচন্দ্ৰই এওঁক সাক্ষাত কৰিছিল। বিষ্ণু অংশে দত্তাত্ৰেয়, ৰুদ্ৰ অংশে দুৰ্ব্বাসা আৰু ব্ৰহ্মাংশে সোম (চন্দ্ৰ) এওঁৰ পুত্ৰ।

অথৰ্ব্বা - এজন ঋষি, এওঁৰ নামেৰে অথৰ্ব্ববেদৰ নামকৰণ হয়।

অদিতি - দক্ষৰ কন্যা আৰু কশ্যপৰ পত্নী। তেওঁৰ গৰ্ভত দ্বাদশ আদিত্য, একাদশ ৰুদ্ৰ আৰু অষ্টবসুৰ জন্ম হয়। সমুদ্ৰ মন্থনেত পোৱা কুণ্ডল ইন্দ্ৰই অদিতিক দান কৰে। বামনৰূপী বিষ্ণুক এবেঁ জন্ম দিয়ে।

অধৰ্য্যু- যজুবেদীয় হোমকাৰী ব্ৰাহ্মণ।

অধীৰা - অপণ্ডিত, অনভিজ্ঞ।

অধোক্ষজ - বিষ্ণু। অধঃ (নিম্ন) স্থিত যি অক্ষ (ইন্দ্ৰিয়)।

অনঘ - নিষ্পাপ।

অনঙ্গ - কামদেৱ। অঙ্গহীন কামদেৱ শিৱৰ ৰোষত ভস্মীভূত হোৱাৰ পাচত প্ৰদ্যুম্ন ৰূপে জন্মগ্ৰহণ কৰে আৰু ৰতিদেৱী মায়াৱতী ৰূপে জন্মে।

অবিদ্যা - অজ্ঞানতা, অজ্ঞান, মায়া অনাদি। ই পাঁচবিধ তমঃ, মোহ, মহামোহ, তামিশ্ৰ, অন্ধতামিশ্ৰ।

অনন্তদেৱ - শেষ নাগ। এজন প্ৰজাপতি, দক্ষকন্যা কদ্ৰুৰ গৰ্ভত জন্ম। অনন্তৰ সহস্ৰফনা আৰু ফনাত জ্যোৰ্তিম্ময় মণি।

অনন্তৰাম অনন্তৰূপী ৰাম।

অনন্য — অদ্বিতীয়।

অনুত্তমা গতি — মোক্ষ।

অনুদাস — দাসৰ দাস।

অনুবৃত্তি — অনুকৰণ।

অনুষ্টুপ — এবিধ ছন্দ।

অন্ধক — এটা বংশ।

অন্যবৰা — অন্যকে স্বামীৰূপে বৰণ কৰা।

অপবৰ্গ — জীৱাত্মাৰ লগত পৰমাত্মাৰ যোগ। মোক্ষ।

অপা — আত্মা।

অপাহত—এবিধ মন্ত্ৰ। শ্ৰাদ্ধত ব্যৱহিত হয়।

অপাঙ্গ — চকুৰ প্ৰান্ত ভাগ, চকুৰ কোণ।

অবতংস — ভূষণ, কৰ্ণ আৰু শিৰোভূষণ।

অবধূত — বৰ্ণাশ্ৰম ধৰ্ম্মহীন, সংসাৰৰ প্ৰতি অনাসক্ত।

অবভৃথ — সমাপ্তি যজ্ঞ। অবভৃথস্নান যজ্ঞৰ শেষত কৰা স্নান।

অভিচাৰ মন্ত্ৰ — অন্যৰ অনিষ্টৰ বাবে কৰা অথৰ্ব্ববেদৰ মন্ত্ৰ।

অভিজিত মুহূৰ্ত্ত — দুপৰীয়াৰ ২৪ মিনিট পাছৰ সময়।

অম্বৰীষ - নাভাগৰ পুত্ৰ আৰু বীৰ। এওঁৰ প্ৰতি বিষ্ণুৰ অধিক আকৰ্ষণ থকাৰ কাৰণে চক্ৰেৰে দুৰ্ব্বাসাক খেদি পঠাইছিল আৰু অম্বৰীষত শৰণ লৈ দুৰ্ব্বাসাই ৰক্ষা পৰে। অম্বৰীষৰ পুত্ৰ নহয়। মান্ধাতাৰ পুত্ৰৰ নামো অম্বৰীষ।

অম্বৰ - আকাশ।

অম্বুজাক্ষ - অম্বুজ + অক্ষ = বিষ্ণু।

অৰণি - ঘৰ্ষণৰ দ্বাৰা অগ্নিজলোৱাৰ কাষ্ঠ।

অম্বষ্ঠ - ব্ৰাহ্মণৰ ঔৰসত বেশ্যাৰ গৰ্ভত জন্মলোক, চিকিৎসকজাতি, মাউত।

অম্বিকা- কাত্যায়ণীদেৱী।

অৰিষ্ট্ৰাসুৰ - বলিৰ জ্যেষ্ঠপুত্ৰ।

অৰ্জ্জুণ - ইন্দ্ৰৰ অংশে কুন্তীৰ গৰ্ভত জন্ম।

অৰাতি - শত্ৰু।

অৰিষ্টনেমি - কশ্যপৰ বীৰ্য্যত বিনতাৰ গৰ্ভত জন্ম যক্ষ বিশেষ।

অৰুণ - কশ্যপৰ বীৰ্য্যত বিনতাৰ গৰ্ভত সৃষ্ট কণী ৰূপত জন্ম।

অলকা - কপাল আৰু গণ্ডস্থলত তিলফুল আকৃতিৰ চিহ্ন।

অলৰ্ক - সত্যযুগৰ দংশ নামে এজন মহা অসুৰে ভৃগু-পত্নীক জোৰ-জুলুম কৰাত মুনিয়ে কীট হ'বৰ কাৰণে অভিশাপ দিয়ে আৰু পৰশুৰামৰ দৃষ্টিত শাপমুক্ত হয়।

অশ্বিনীকুমাৰ - স্বৰ্গৰ বৈদ্য। সূৰ্য্যৰ ঔৰষত, সংজ্ঞাৰ গৰ্ভত অশ্বিনী আৰু ৰেৱন্ত নামে দুটি যঁজা সন্তান জন্মে ; এওঁলোকেই অশ্বিনী কুমাৰ ।

অষ্টপ্ৰকৃতি - ৫ মহাভূত +৩ গুণ।

অষ্ট বসু - কশ্যপৰ ঔৰষত দক্ষ কন্যা বসুৰ গৰ্ভত জন্মা অষ্ট পুত্ৰ ধ্ৰুব, ধৰ, সোম, সাবিত্ৰ, অনল, অনিল, প্ৰত্যুষ, প্ৰভাস অষ্টবসুক গণদেৱতা বোলে।

অষ্ট ঐশ্বৰ্য্য - সম্পত্তি, সম্পদৰ অধিদেৱতা হৈছে কুবেৰ। অনিমা, লঘিমা, প্ৰাপ্তি, মহিমা, প্ৰাকাম্য, ঈশিত্ব, বশিত্ব, কামাব সায়িতা এয়ে অষ্ট ঐশ্বৰ্য্য। ইয়াক অষ্টসিদ্ধিও বোলে।

অষ্টদিক পাল - পূব, অগ্নি, দক্ষিণ, নৈৰ্ঋত, পশ্চিম, বায়ু, উত্তৰ আৰু ঈশান। অষ্টদিকৰ অধিপতি যথাক্ৰমে ইন্দ্ৰ, অগ্নি, যম, ৰাক্ষস, বৰুণ, বায়ু, কুবেৰ, মহাদেৱ।

অষ্টবক্ৰ বা অষ্টাবক্ৰ — পিতাকৰ নাম কহোৰ, মাকৰ নাম সুজাতা। বাপেকে বেদউচ্চাৰণত ত্ৰুটি হোৱাৰ বাবেই গৰ্ভস্থ পুত্ৰ অষ্টাঙ্গ ৰূপে জন্ম লয়। তৰ্ক যুদ্ধত বন্দীক পৰাস্ত কৰি জলত থকা পিতাকক উদ্ধাৰ কৰে।

অষ্টাঙ্গ প্ৰনাম — দুই হস্ত, দুইচক্ষু, দুই আঠু সহ দুই চৰণ, বুকু, কপাল। মাটিত পেলাই কৰা সেৱা।

অষ্টাঙ্গ যোগ — যম, নিয়ম, আসন, প্ৰাণায়ম, প্ৰত্যাহাৰ, ধ্যান, ধাৰণা, সমাধি, অসু প্ৰাণ।

## ।। 'আ' ।।

আকুতি - স্বায়ম্ভুব মনু আৰু শতৰূপাৰ প্ৰিয়বত আৰু উত্তানপাদ দুই পুত্ৰ আৰু আকুতি আৰু প্ৰসূতি নামে দুই কন্যা জন্মে। মহৰ্ষি ৰুচিয়ে আকুতিক বিয়া কৰে আৰু তেওঁলোকৰ পুত্ৰ যজ্ঞ আৰু কন্যা দক্ষিনা।

আকৰ্ণ — কাণলৈকে টানি শৰ নিক্ষেপ।

আকিঞ্চণ — নিঃস্ব, দৈন্য।

আকুতি — আগ্ৰহ, আকুলতা।

আখণ্ডল — ইন্দ্ৰ,

আগুসাৰি — অগ্ৰগামী।

আগ্নীধ — প্ৰিয়বতৰপুত্ৰ।

আঙ্গিৰস — বৃহস্পতি, এওঁ অঙ্গিৰাৰ পুত্ৰ।

আজগৰ — অজগৰ সম্বন্ধীয়।

আত্মা — জীৱাত্মা, ব্ৰহ্ম (Soul)

আতবিদ্যা — ব্ৰহ্মবিদ্যা।

আত্যন্তিক — অত্যন্ত। ব্ৰহ্মাৰ সৈতে একীভূত হোৱা।

আটক — বাধা, বিঘ্ন।

আত্মজ্ঞানী — ব্ৰহ্মজ্ঞানী, আত্মজ্ঞ, আত্মতত্বজ্ঞ

আত্মশুদ্ধি — গীতা অনুসাৰে কৰ্ম্মফল ত্যাগ হেতু চিত্তশুদ্ধতা।

আত্মাভ্যাস — আত্মতত্বৰ অনুশীলন।

আত্মাৰাম — পৰমানন্দত মগ্ন। দেহ, ব্ৰহ্ম, মন, বুদ্ধি, ধৃতি, যত্ন, স্বভাৱ এই সাতটাত যি সুখানুভৱ কৰে।

আদ্য অৱতাৰ — পুৰুষাৱতাৰ। সৃষ্টিৰ পূৰ্ব্বত একাৰ্ণব জলত শুই থকা ভগৱানে সত্ত্ব-ৰজ-তম তিনিগুণৰ দ্বাৰা সৃষ্টি স্থিতি লৱৰ বাবে ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ ৰূপে লোৱা অৱতাৰ। আদি পুৰুষাবতাৰ ।

আধি-ব্যাধি — 'আধি' মানে মানসিক পীড়া, ব্যাধি মানে শাৰীৰিক ৰোগ।

আনদ্ধ — চামৰাৰে মুখবন্ধা বাজনা, যেনে - মৃদদং ওবলা আদি।

আনৰ্ত্ত দেশ — দ্বাৰকাৰ সীমান্তৱৰ্ত্তী গুজৰাট-মালবাৰৰ এখন দেশ।

আমশ্ৰাদ্ধ — কেচা অন্নেৰে শূদ্ৰই কৰা শ্ৰাদ্ধ।

আয়স — লৌহ।

আয়ান — অস্ত্ৰ-শস্ত্ৰ।

আৰতি— বৰণ (যেনেআৰতিবৰণ)

আৰুণি — এজন ঋষি।

আৰ্য-দণ্ড — ৰাজদণ্ড।

আষ্টিসেন — ৰামচন্দ্ৰৰ মহিমা কীৰ্ত্তন কৰা সুগায়ক গন্ধৰ্ব।

আসব — মত্ততা সৃষ্টি কৰা দ্ৰব্য, সুৰা।

আসুৰি — এজন মহৰ্ষি, কপিলৰ শিষ্য।

আস্তীক — বাসুকীৰ ভনী জৰৎকাৰৰ গৰ্ভত জন্মা মুনি।

আহুতি — যজ্ঞত অগ্নিত দিয়া হোম বা ঘিউ।

## ।।'ই'।।

ইক্ষ্বাকু — মনুৰ নাকৰ হাঁচিৰ পৰা সৃষ্টি হোৱা এজন সূৰ্য্য বংশীয় ৰজা।

ইচ্ছাবৰী — নিজৰ ইচ্ছামতে পতিগ্ৰহণ কৰা নাৰী।

ইন্দিৰা — ইন্দ মানে ঐশ্বৰ্য, 'ৰা' যি দান কৰে কমলা বা লক্ষ্মী।

ইন্দু — চন্দ্ৰ, শশী, শশাঙ্ক।

ইন্দ্ৰ — স্বৰ্গলোকৰ ৰজা। এওঁ অদিতিৰ পুত্ৰ। ৰাজধানীৰ নাম অমৰাৱতী, উদ্যানৰ নাম নন্দন।

ইন্দ্ৰজিত — ৰাবনৰ পুত্ৰ মেঘনাদ।

ইন্দ্ৰপ্ৰস্থ — দেবগণৰ ৰজা ইন্দ্ৰই পূৰ্ব্বতে স্থাপন কৰে, যুধিষ্ঠিৰে ইয়াতেই ৰাজধানী স্থাপন কৰে।

ইন্দ্ৰযজ্ঞ — ইন্দ্ৰৰ যজ্ঞ, ইন্দ্ৰযাগ, মখউৎসব।

ইন্দ্ৰদ্যুম্ন — অৱন্তী দেশৰ বিষ্ণুভক্ত ৰজা।

ইন্দ্ৰসেন — নল দময়ন্তীৰ পুত্ৰ, পৰীক্ষিতৰ পুত্ৰ, যুধিষ্ঠিৰৰ সাৰথি।

ইন্দ্ৰিয় — আত্মাই যাৰ ওপৰত প্ৰভুত্ব কৰে। ইন্দ্ৰিয় তিনিভাগে বিভক্ত -

(১) কৰ্ম্মেন্দ্ৰিয় — ৫ টি বাক, পানি, পাদ, পায়ু আৰু উপস্থ। অধিষ্ঠাতা দেৱতা - বাকৰ বহ্নি, পাণিৰ ইন্দ্ৰ, পাদৰ বিষ্ণু, পায়ু মিত্ৰ,উপস্থৰ প্ৰজাপতি।

(২) জ্ঞানেন্দ্ৰিয় — চকু, কৰ্ণ, নাসিকা, জিভা, ত্বক। অধিষ্ঠাতাদেৱতা - চকুৰ সূৰ্য কাণৰ দিশ, নাকৰ অশ্বিনী কুমাৰ দ্বয়, জিহ্বাৰ-প্ৰচেষ্টা, ত্বকৰ-বায়ু।

(৩) অন্তৰেন্দ্ৰিয়া — মন, বুদ্ধি, অহঙ্কাৰ, চিত্ত।

অধিষ্ঠাতা দেৱতা - মনৰ চন্দ্ৰ, বুদ্ধিৰ ব্ৰহ্মা, অহঙ্কাৰৰ শিৱ চিত্তৰ-অচ্যুৎ।

ইলা - সূৰ্য্যৰ তনয়শ্ৰাদ্ধদেৱৰ তনয়া ইলা। বশিষ্ঠৰ বলত কন্যা পুত্ৰলৈ পৰিবৰ্ত্তিত হয়।

ইলাবৃত — জম্বুদ্বীপৰ নৱবৰ্ষৰ এটা হৈছে ইলাবৃত বৰ্ষ।

ইল্বল — বাতাপী দৈত্যৰ ভাতৃ। বতাপীক অগষ্টিমুনিয়ে বধ কৰে আৰু ইল্বলেমুনিত শৰণ লয়।

ইৰাৱতী — পৰীক্ষিতৰ পত্নী আৰু এওঁলোকৰ পুত্ৰ জন্মেজয়।

## ।।'উ'।।

উগ্ৰশ্ৰবা — ব্যাসৰ শিষ্য। নৈমিষ্যাৰণ্যত ব্যাসৰ আদেশত ভাগৱত শৌনক প্ৰমুখ্যে ঋষিসকলৰ আগত ব্যক্ত কৰে আৰু তেওঁৰ মুখৰ পৰা শুনি ঋষিসকলৰ নোম শিয়ৰি উঠিছিল বাবে তেওঁক ৰোমহৰ্ষণ নাম দিছিল।

উগ্ৰসেন — যদুবংশীয় নৰপতি সুৰসেনে মথুৰা জয় কৰি যাদৱ সকলক শাসন কৰিছিল। তেওঁৰ দুজন পুত্ৰৰ ভিতৰত বসুদেৱে ৰাজ্যশাসন নকৰাত আনজন পুত্ৰ উগ্ৰসেন ৰজা হয়। অন্যমতে শূৰখেনৰ দুইপুত্ৰ দেৱক ও উগ্ৰাসন। কংসৰ শশুৰ জৰাসন্ধই কংসক ৰাজপাত দিয়াৰ আচনি কৰি দেবকক বধ কৰি উগ্ৰসেনক ৰজা পাতে। কংসই উগ্ৰসেনক বন্দি কৰি থৈ ৰজা হয়। কৃষ্ণই কংসক

বধি উগ্ৰসেনক ৰজা পাতে।

উচ্চৈঃশ্ৰবা — উচ্চৈঃ মানে উন্নত, শ্ৰবাঃ মানে কৰ্ণ। সাগৰ মন্থনত এই শ্বেতকায় ঘোৰা উৎপত্তি হয়। ইয়াৰ মুখ ৭ খন আৰু ইন্দ্ৰই ইয়াক লাভ কৰে।

উত — তীব্ৰ, উত্তম।

উতকল — উৰিষ্যা প্ৰদেশ।

উড়ু — তৰা, নক্ষত্ৰ।

উতঙ্ক — এজন বিষ্ণুভক্ত মুনি। কুণ্ডল এযোৰক লৈ তক্ষক ৰাজৰ লগত মনোমালিন্য হোৱাত জন্মেজয়ক এওঁ সৰ্পযজ্ঞ কৰিবলৈ উপদেশ দিয়ে।

উতথ্য— অঙ্গিৰাৰ পুত্ৰ, মাক শ্ৰদ্ধা। উতথ্যৰ সৰু ভায়েক বৃহস্পতি আৰু পত্নীৰ নাম মমতা।

উতৰোলি — অত্যন্ত অস্থিৰ হোৱা।

ইউত্তমাম্বৰ — উৎকৃষ্ট বসন।

উত্তৰ কুৰু — জম্বুদ্বীপৰ অন্তৰ্গত নটি বৰ্ষৰ এটি বৰ্ষ।

উত্তৰা — বিৰাট ৰজাৰ জীয়েক আৰু অভিমন্যুৰ পত্নী।

উত্তান পাদ — স্বায়ম্ভুব মনু আৰু শতৰূপাৰ পুত্ৰ। এওঁৰ দুগৰাকী পত্নী সুনীতি আৰু সুৰুচি আৰু তেওঁলোকৰ দুইপুত্ৰ ক্ৰমে ধ্ৰুব আৰু উত্তম।

উত্থান পৰ্ব্ব — কাতি মাহৰ একাদশী তিথিত নাৰায়ণে যোগনিদ্ৰাৰ পৰা উত্থিত হোৱা উৎসৱ।

উৎপথ — অন্যায় বা অসৎ পন্থা।

উদ্ধৱ — যাদৱ বংশীয় সত্যকে বিষ্ণুসম পুত্ৰ লাভৰ বাবে দীৰ্ঘদিন কঠিন সাধনা কৰিছিল বাবে উদ্ধৱক লাভ কৰে। এওঁ কৃষ্ণৰ পৰম ভক্ত,সখা। এওঁ বৃহস্পতিৰ শিষ্য আৰু বৃষ্ণিবংশৰ মন্ত্ৰী। কৃষ্ণৰ বৈকুণ্ঠপ্ৰয়াসৰ সময়ত কৃষ্ণৰ পৰা পৰম তত্ত্বজ্ঞান লাভ কৰি কৃষ্ণৰ পাদুকা মূৰত লৈ বদৰিকা শ্ৰমত ধ্যান আৰু যোগৰ দ্বাৰা দেহত্যাগ কৰে।

উদ্বৰ্ত্তণ — তেল, চন্দন আদিৰে শৰীতত ঘঁহি মলশোধন কৰা।

উপকৰ্ণ — হাতৰ আঙুলিবোৰ পদ্মফুলৰ দৰে কৰা।

উপচাৰ — পূজাৰ দ্ৰব্য।

উপনায়িকা — উপপত্নী, ৰক্ষিতা, বেশ্যা।

উপনিষদ — বেদৰ শিৰোভাগ, বেদান্ত, ব্ৰহ্ম-জিজ্ঞাস ইয়াৰ মূলতত্ত্ব।

উপপাপ, উপপাতক — 'গো' বধাদি উনপঞ্চাশ ৰকমৰ পাপ।

উপৰতি — নিবৃত্তি, মুক্তি, বৈৰাগ্য।

উপানন্দ — কৃষ্ণৰ পালক পিতা নন্দৰ কনিষ্ঠ ভাই।

উভৰড়ে — দ্রুতবেগে।

উভৰায় — প্রকাণ্ড শব্দ, চীৎকাৰ।

উমা — মেনকাই জীয়েকক কৈছিল - 'উ' মানে 'হে', 'মা' মানে - নিষেধ অর্থাৎ ইমান কঠোৰ তপস্যা নকৰিবা।

উৰসিজ — কুম্ভ, স্তন।

উৰস্থল — বক্ষস্থল।

উৰুক্রম — 'উৰু' মানে ডাঙৰ, 'ক্রম' মানে পাদক্ষেপ। বামন অৱতাৰ।

উৰুপায় — শ্রীকৃষ্ণ।

উৰ্ব্বশী — স্বৰ্গৰ অপ্সৰা। নৰ নাৰায়ণে বদৰিকাশ্রমত তপস্যা কৰাত ইন্দ্রই তপস্যা ভঙ্গ কৰাবলৈ কামদেৱ আৰু অপ্সৰা গণক পঠাইছিল, কিন্তু নৰনাৰায়ণে উৰুঘর্ষণ কৰি সৰ্ব্বসুন্দৰী উৰ্ব্বশীক সৃষ্টি কৰে।

উল্মুক — হৰিবংশ মতে বলৰামৰ পুত্র আৰু বৃষ্ণিবংশীয় ৰজা।

উশনা — শুক্রাচাৰ্য্য।

উশীনৰ — চন্দ্রবংশীয় ৰজা। এওঁৰ পুত্র শিবি। যজ্ঞৰ প্রভাৱত তেওঁ ইন্দ্রতকৈ শ্রেষ্ঠত্ব লাভ কৰে।

উষ্ণিক — ব্রহ্মাৰ নোমৰ পৰা সৃষ্টি হোৱা এবিধ ছন্দ।

উষ্ণীষ — শিৰস্ত্রান, পাগুৰি।

## ।। 'ঊ' ।।

ঊন — কাম।

ঊনপঞ্চাশ পবন — বায়ু, মৰুৎ, মৰুৎগন। দিতিয়ে দেবসবক পৰাজয় কৰিব পৰা এটি পুত্র কশ্যপৰ পৰা বিচৰাত দিতিয়ে গৰ্ভধাৰণ কৰে। ইন্দ্রই কৌশলেৰে গৰ্ভস্থ পুত্রক বজ্রপ্রহাৰ কৰি প্রথমে ৭খণ্ড প্রতিখণ্ডকে ৭খণ্ডকৈ

কাটি মুঠ ৪৯ পবন বা বায়ু সৃষ্টি কৰে।

ঊৰ্ণনাভ — মৰ্কট বা মকৰা।

ঊৰ্দ্ধপুণ্ড্ৰ — চন্দন ঘহা কপালত লোৱা ডাঙৰ ফোঁট।

উধ্বৰেতাঃ — উধ্ব-উদ্ধগত, ৰেতঃ -শুক্ৰ। দক্ষযজ্ঞত সতীৰ দেহত্যাগ হোৱাত মহাদেৱে ৰেতঃ নিক্ষেপ কৰাত উধ্বৰেতাঃ নাম হ'ল। ভীষ্ম, চাৰিসিদ্ধাদি মুনিগণে শুক্ৰ সংযম কৰা বাবে উধ্বৰেতাঃ হৈছিল।

উষা — বালিৰ পুত্ৰ বান আৰু বানৰ কন্যা উষা।

## ।।'ঋ'।।

ঋচ — ঋগ্বেদৰ মন্ত্ৰ।

ঋচীক — এজন বিশিষ্ট মুনি। গাধি ৰজাৰ কন্যা সত্যৱতীক বিয়াকৰায়। এওঁৰ পুত্ৰ জমদগ্নি।

ঋদ্ধি-সিদ্ধি — সমৃদ্ধি, উন্নতি, সাধনাত সাফল্য লাভ।

ঋক্ষ কুলাচল — বিন্ধ্যাপৰ্ব্বতৰ পূবঅংশত থকা এটা পৰ্ব্বত।

ঋতধ্বজ — এজন ব্ৰহ্মৰ্ষি।

ঋভূদল - দেবগণ বিশেষ। ভৃগুয়ে অগ্নিকুণ্ডৰ পৰা ঋভুনামৰ সৈন্য সৃষ্টি কৰে।

ঋষভদেৱ - অগ্নিধ্ৰৰ পুত্ৰ নাভি ভগৱানৰ অৱতাৰ। মাক মেৰুদেৱী, বাপেক নাভি। ঋষভ পৰমহংস ব্ৰত আচৰে এওঁৰ পুত্ৰ ৮১জন।

ঋষভ শৈল — এটা বগা পৰ্ব্বত।

ঋষি - মন্ত্ৰদ্ৰষ্টা মুনি। ঋষি ৭ বিধ শ্ৰুৰ্ষি, কাণ্ডৰ্ষি, পৰমৰ্ষি, মহৰ্ষি, ৰাজৰ্ষি, ব্ৰহ্মৰ্ষি, দেবৰ্ষি। শ্ৰুতিজ্ঞান সম্পন্ন শ্ৰুতৰ্ষি যেনে- সুশ্ৰুত, বেদ বিভাগ কৰা- কাণ্ডৰ্ষি যেনে জৈমিণি, শ্ৰেষ্ঠঋষি পৰমৰ্ষি যেনে ব্যাস, ব্ৰহ্মাৰমানসপুত্ৰ মহৰ্ষি, ঋষিবৃতি অৱলম্বন কৰা ৰাজৰ্ষি, ব্ৰাহ্মণ আৰু ঋষি ব্ৰহ্মৰ্ষি যেনে- বশিষ্ঠ ; দেব অথচ ঋষি দেবৰ্ষি যেনে- নাৰদ।

ঋষ্যশৃঙ্গ - বিভাণ্ডক মুনি পুত্ৰ। উৰ্ব্বশীক দেখি বিভাণ্ডকৰ ৰেতঃপাত হয়, ৰতঃপানীত পৰে, হৰিণীয়ে জলপান। কৰে আৰু উক্ত ৰেতঃহৰ পৰা হৰিণীৰ গৰ্ভত ঋষ্য শৃঙ্গৰ জন্ম হয়। এওঁৰ মূৰত সেয়ে পহুৰ শিং আছিল।

ঋক্ষ - চিত্ৰসেনৰ পুত্ৰ।

## ।।'এ'।।

একাদশ ৰুদ্ৰ - কল্পান্তৰত সৃষ্টি-চিন্তাত নিমগ্ন থকা ব্ৰহ্মাৰ কপালৰ পৰা এটি কেচুৱা জন্মহে কান্দিবলৈ ধৰে। ব্ৰহ্মাই তাৰ নাম 'ৰুদ্ৰ' ৰাখে আৰু বালকে পুনৰ কান্দি কান্দি চকুৰ পৰা ৭বাৰ জল পেলায় আৰু ৭টা নাম লয় ডব, শৰ্ব, ঈশান, পশুপতি, ভীম, উগ্ৰ, কপালী। তাৰ পাচত তেওঁ (ৰুদ্ৰই) ১১বাৰ ভিন ভিন মূৰ্ত্তি ধৰে এয়ে একাদশ ৰুদ্ৰ। অজ, একপাদ, অহিবধ্ন, পিনাকী, অপৰাজিত, এ্যম্বক, মহেশ্বৰ, বৃষাকপি, শম্ভু, হৰ ঈশ্বৰ।

একাদশ দ্বাৰ - মানৱদেহৰ এঘাৰখন দুৱাৰ আছে - দুইনেত্ৰ + দুইকৰ্ণ + দুইনাকৰ বিন্ধা + মুখ + নাভি + লিঙ্গ + পায়ুঃ + ব্ৰহ্মৰন্ধ্ৰ।

একৃতি - যি মাতৃৰ মাত্ৰ এটি সন্তান।

একশফ - অখণ্ডিত খুৰাযুক্ত পশু, যেনে- ঘোঁৰা।

এৰাক বন - এৰক মানে নল-খাগৰি, গুল্মবন।

## ।।'ঐ'।।

ঐৰাবত - সমুদ্ৰ মন্থনত উঠা ইন্দ্ৰৰ হাতী।

ঐড়বিড়ি - খটাঙ্গ ৰজাৰ পূৰ্ব্বপুৰুষ।

ঐল - বৈবস্বত মনুৰ কন্য ইলাৰ কন্যাক পুৰুৰবা 'ইলা' বোলা হয়।

## ।।'ও'।।

ওঘবান - মনুবংশীয় ৰজা।

ওঘবতী - ওঘবানৰ কন্যা।

ওৱাৰি - ৰাজপ্ৰসাদ, ৰাজকাৰেং।

ওৰ - সীমা, পাৰ।

ওয়াক ছৰ্দ্দি - ওয়াক মানে ৰমনৰ শব্দ, ছৰ্দ্দি মানে বমিকৰা।

## ।।'ঔ'।।

ঔৰ্ব্ব মুনি - ভৃগুবংশীয় এজন ঋষি। এজনী বিধবাৰ উৰুভেদ কৰি জন্মিছিল।

## ।।'ক'।।

কংস - হিৰণ্যকশিপুৰ দুৰাত্মা পুত্ৰ কালনেমী কংস ৰূপে জন্মে। মথুৰাৰ ৰজা শূৰসেনৰ পুত্ৰ ২য় পুত্ৰ উগ্ৰসেন। উগ্ৰসেনৰ ৯জন পুত্ৰ ৫ কন্যা। ন জনৰ এজন কংস (ক্ষেত্ৰজ পুত্ৰ)। উগ্ৰসেনৰ ককায়েক আহুকৰ ৭ জনী কন্যাৰ ভিতৰত এগৰাকী দৈৱকী। কংসই শিৱৰ পৰা বৰলাভকৰিছিল যে দৈৱকীৰ অষ্টম পুত্ৰৰ হাতত তেওঁৰ মৃত্যু হ'ব। কংসই বৈৰ ভাবে বিষ্ণুক ভক্তি কৰি কৃষ্ণৰ হাতত মৃত্যু হয়।

ককুৎস্থ - মনুৰ পুত্ৰ ইক্ষ্বাকু, ইক্ষ্বাকুৰ পুত্ৰ শশাদ ও তেওঁৰ পুত্ৰ পুঞ্জয়। তেওঁকে ককুৎস্থ বোলে।

কঙ্ক - কাঁক পক্ষী বা হাড়গিলা পক্ষী (Heren)। অজ্ঞাত বাসত যুধিষ্ঠিৰে লোৱা নাম।

কঙ্কৰ - কাঁহৰ (কাঁহৰ বাচন)

কটক - সৈন্যসমূহ (কটকে কটকে যুদ্ধ)।

কন্দুয়ন - খজুওৱা।

কণ্ব - প্ৰসিদ্ধ ঋষি। ঘোষৰ পুত্ৰ। মালিনী নদীৰ কাষতে আশ্ৰম পাতি আছিল আৰু শকুন্তলাক পালন কৰে।

কন্দক - আলু, মুলা, ওল, পিঁয়াজ আদি। ল'ৰাৰ খেলাৰ বস্তু।

কন্দৰ্প - কামদেৱ। ব্ৰহ্মাৰ মানস পুত্ৰ। এওঁৰ পত্নী ৰতি। মন্মথ নামেৰেও জনা যায়। শিৱৰ ৰোষত পৰি কামদেৱ ভস্ম হোৱাৰ পাচত কৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্ন

নামে পুনৰ জন্ম লয়।

কৰ্দ্দম - ব্ৰহ্মাৰ পুত্ৰ, দেবহুতি তেওঁৰ পত্নী আৰু কপিল তেওঁৰ পুত্ৰ।

কৰ্ম্ম-কাণ্ড - বেদোক্ত ধৰ্ম্মীয় বা কৃত্য। যেনে যাগ-যজ্ঞ।

কৰ্ম্ম-জড় - বেদোক্ত ধৰ্ম্মীয় কৃত্যাদিত গভীৰ বিশ্বাসভাজন।

কৰ্ম্ম-বন্ধ-ছেদ - কাৰ্য্য আৰু কাৰণ। কৰ্ম্ম আৰু ফলৰ আশা নিবৃত্ত। সংসাৰৰ পৰা নিবৃত্ত।

কৰ্ম্ম-সত্ৰ - বহুদিন ধৰি চলা ধাৰাবাহিক যাগ-যজ্ঞ।

কলত্ৰ - প্ৰণয়িনী, ভাৰ্য্যা।

কলল - গৰ্ভত শুক্ৰ-শোনিত মিহলি হৈ হোৱা ভ্ৰূণৰ প্ৰথমাৱস্থা।

কলাপি পণ্ডিত - কলাপ ব্যাকৰণ বিশাৰদ।

কলি - চতুৰ্থ যুগ, কলিযুগৰ অধিষ্ঠাতা দেৱতা। এই যুগৰ সময়ৰ পৰিমান ১২০০ দিব্যবছৰ আৰু মনুষ্য হিচাবত ৪,৩২,০০০ বছৰ। ৩,১০১ খৃঃপূঃত এই যুগ আৰম্ভ হৈছে। কলিযুগ অধৰ্ম্মৰ যুগ, ধৰ্ম্মৰ স্থিতি চাৰি ভাগৰ এক ভাগ অংশহে আৰু অধৰ্ম্মৰ স্থিতি চাৰি ভাগৰ তিনি ভাগ অংশ। কশ্যপৰ যোড়শ পুত্ৰৰ ভিতৰত কনিষ্ঠ কলি। অন্যমতে ক্ৰোধৰ ঔৰসত হিংসাৰ গৰ্ভত কলিৰ উৎপত্তি। পৰীক্ষিতে কলিক নিগ্ৰহ কৰাত কলিৰ প্ৰাৰ্থনাত স্থান দিলে - জুৱা-পাশা খেলা, মদ্যপান, স্ত্ৰী, প্ৰাণীহত্যা, সুবৰ্ণ, মিছা, গৰ্ব্ব, কাম, হিংসা, শত্ৰুতা।

কলিঙ্গ - এখন দেশ, কলিৰ পুত্ৰ ।

কলিঙ্গী - কলিঙ্গবাসী।

কলিঞ্জ - তৃণ নিৰ্ম্মিত আসন ।

কল্কী - বিষ্ণুৰ শেষ অৱতাৰ। সম্বল গাঁৱত বিষ্ণুযশা ব্ৰাহ্মণৰ ঔৰসত সুৰভি নাম্নী মাতৃৰ গৰ্ভত চ'তৰ শুক্লা দ্বাদশীত কল্কী অৱতাৰ হৈ অধাৰ্ম্মিকক সংহাৰ কৰিব।

কল্পতৰু - স্বৰ্গৰ তৰু, এই বৃক্ষৰ পৰা যিহকে আশা কৰে তাকেই পায়।

কৱন্ধ - দণ্ডকাৰণ্যত বাস কৰা অতিকায় ৰাক্ষস। পিতৃৰ নাম শ্ৰী মাতৃৰ নাম দনু। ইয়াৰ মুৰ আৰু ডিঙি নাই। শ্ৰীৰামৰ হাতত মৃত্যু হয়।

কল্পান্ত - ব্ৰহ্মাৰ দিনৰ অৱসান। প্ৰলয়। মনুষ্যৰ এবছৰ দেৱতাৰ এক অহোৰাত্ৰ (অহঃ দিন, ৰাত্ৰ-ৰাতি)। ৩৬০ দিব্য অহোৰাত্ৰে এক দিব্যবৰ্ষ (মনুসংহিতাৰ মতে)।

কশ্যপ - বিখ্যাত প্ৰজাপতি। 'কশ্য' মানে মদ, 'প' মানে পান কৰা (মাৰ্কণ্ডেয় পুৰাণ মতে)। বৈদিক মতে - 'যঃ সৰ্ব্বং পশ্যতি'। ব্ৰহ্মাৰ পুত্ৰ মৰীচি, মৰীচিৰ পুত্ৰ কশ্যপ। মাকৰ নাম 'কলা'। দিতি আৰু অদিতি এওঁৰ ভাৰ্য্যা। দেৱতা, দৈত্য, ৰাক্ষস, দানব, গন্ধৰ্ব, নাগ, পিশাচ, জন্তু, পক্ষী

আদিৰ সৃষ্টি হয়। দক্ষৰ ১৭ গৰাকী দুহিতাক কশ্যপে বিবাহ কৰে। চাক্ষুষ মন্বন্তৰত সুতপা প্ৰজাপতি আৰু তেওঁৰ পত্নী পৃশ্নিয়ে বিষ্ণুক পুত্ৰৰূপে পবলৈ তপস্যা কৰাত বিষ্ণুৱে মনোবাঞ্ছা পূৰ্ণ কৰে আৰু সুতপাই কশ্যপ আৰু পৃশ্নিয়ে অদিতি হৈ জন্ম গ্ৰহণ কৰে আৰু ভগৱানে দিতিৰ গৰ্ভত বামণ অৱতাৰ লয়। পাচৰ জন্মত কশ্যপে বসুদেব আৰু দিতিয়ে দৈৱকী নাম লৈ কৃষ্ণক পুত্ৰৰূপে পায়।

কাংস্য - তামৰ ৰঙৰ মিশ্ৰণেৰে তৈয়াৰী ধাতু বা কাঁস।

কাঁড়া - ঢাক-ঢোল জাতীয় বাদ্য-যন্ত্ৰ।

কাঞ্চী - নাৰীয়ে টিকাত পিন্ধা ভূষণ। মেখেলা, ৰসনা, চন্দ্ৰহাৰ আদি।

কাঞ্চীপুৰী - দ্ৰাবিৰ দেশৰ ৰাজধানী। কাশী তীৰ্থ।

কাতৰ্য্য - ভীৰুতা।

কাত্যায়ন - এজন বিখ্যাত মুনি।

কাত্যায়নী - এগৰাকী দেৱী।

কাত্যায়নী ব্ৰত - কাত্যায়নী দেৱীৰ উদ্দেশ্যে কৰা ব্ৰত বিশেষ।

কাবেৰী নদী - দক্ষিণ ভাৰতৰ নদী।

কাম কোটি - এখন নগৰ।

কামদেৱ - কন্দৰ্প। ৰতি-পতি।

কামধেনু - সুৰভি বা নন্দিনী, দেব গাইৰূপে পূজিতা। কামধেনুৰ উৎপত্তি সম্পৰ্কে বহুতো বিভিন্ন মত আছে; কোনোৰ মতে দক্ষৰ কন্যাৰ গৰ্ভত কশ্যপৰ ঔৰসত নন্দিনীৰ জন্ম হয়, কোনোৰ মতে বিষ্ণুৰ ঔৰসজাত কন্যা। বশিষ্ঠৰ ওচৰত থকা গায়, জমদগ্নিৰ ওচৰত থকা গায়ক কামধেনু বোলা হয়। অমৃত মন্থনত ওলোৱা অমৃতে গায় ৰূপলয় বুলিও পোৱা যায়।

কামপাল - বলভদ্ৰৰ আন এটি নাম।

কামিনী - কামাতুৰ নাৰী।

কাৰণ্ডৱ - জলত থকা বালি হাঁহ।

কাৰ্তবীৰ্য্যাৰ্জ্জুন - মাহিষ্মতী পুৰৰ কৃতবীৰ্য্যৰ পুত্ৰ। এওঁ কঠোৰ তপস্যাৰ দ্বাৰা মহাদেৱৰ পৰা বৰ লাভ কৰে। অন্যমতে দত্তাত্ৰেয়ৰ প্ৰসাদত বৰ লাভ কৰে। এওঁৰ সহস্ৰ বাহু, ইচ্ছাগামী সুবৰ্ণময় ৰথ লাভ কৰে আৰু ৰাৱণক পৰাস্ত কৰে। ইন্দ্ৰ, বিষ্ণুকো এওঁ যুদ্ধলৈ আহ্বান জনাইছিল। পৰশুৰামৰ হাতত মৃত্যু হয়।

কাৰ্ম্মুক - কৰ্ম্মসমৰ্থ, ধনুৰ চাপ।

কাম্যকৰ্ম্ম - অভীষ্টকৰ্ম্ম, ফল আশা কৰি সম্পন্ন কৰা ধৰ্ম্মীয় কৃত্য।

কাৰ্য্য - হেতু, কৰ্ম্ম, জগৎ সৃষ্টি, ঈশ্বৰৰ কাৰ্য্য।

কাৰণ - নিমিত্ত, জগৎ সৃষ্টিৰ মূল হেতু ভগবান।

কাল - যম, মৃত্যু, শিৱ, শনি।

কালনেমি - ৰাৱণৰ মোমায়েক, কালনেমীক বিষ্ণুৱে বধ কৰে আৰু কংস ৰূপে হয় জন্ম গ্ৰহণ কৰে।

কালযবন - যবনৰ ৰজা। কৃষ্ণই কৌশলেৰে মুচুকুন্দৰ হতুৱাই ভষ্ম কৰোৱায়।

কালিন্দী - যমুনা নদী।

কালিন্দীহ্ৰদ - এখন হ্ৰদ।

কালিসৰ্প বা কালীনাগ - বিষধৰ সৰ্প, কৃষ্ণই বশ্য কৰি খেদি পঠায়।

কাশ্যপ - কশ্যপৰ পুত্ৰ, এওঁ এজন মুনি।

কালকূট - কাল মানে- যম, কূট মানে- নাশক। তীব্ৰ বিষ সমুদ্ৰ মন্থনত উঠা বিষ। ইয়াকে হলাহল বোলে।

কালকেয় - এজন শক্তিশালী অসুৰ। অৰ্জ্জুৰ্ণৰ হাতত নিধন হয়।

কালঞ্জৰ - এটি পাহাৰ আৰু এখন প্ৰদেশৰ নাম।

কালদন্ত - মৃত্যু বা যম।

কালনেমি - হিৰণ্য কশিপুৰ পুত্ৰ কালনেমীয়ে দেৱগণক পৰাস্ত কৰে। বিষ্ণুক আক্ৰমণ কৰাত বিষ্ণুৱে চক্ৰৰে নিহত কৰে।

কালব্যাজ - কালবিলম্ব, বৃথাসময় নষ্ট।

কালিকা - দহ মহাবিদ্যাৰ একবিদ্যা। দক্ষকন্যা সতীৰ গাত এই দহ লক্ষণ আছিল (কালী, তাৰা, ষোড়শী, ভুবনেশ্বৰী, ভৈৰবী, ছিন্নমস্তা, ধূমাৱতী, বগলা, মাতঙ্গী ও কামলা)।

কিন্নৰ - ক্যুচিংগৰ। কিন্নৰ দুবিধ এবিধৰ শৰীৰ মানুহৰ দৰে আৰু মুখ ঘোঁৰাৰ দৰে, আনবিধৰ শৰীৰ ঘোঁৰাৰ দৰে আৰু মুখ মানুহৰ দৰে। কিংপুৰুষ - কিম্পুৰুষ দেশ বা কিম্পুৰুষ বৰ্ষ। বৰ্ষ মানে দেশ। জম্বুদ্বীপৰ অন্তৰ্গত হিমালয় আৰু হেমকুটৰ অন্তৰ্বৰ্ত্তী দেশ বা বৰ্ষ। প্ৰিয়ব্ৰতৰ সপ্ত বা দশ পুত্ৰৰ মাজত জ্যেষ্ঠ অগ্নিধ। অগ্নিধৰ ঔৰসত বিপ্ৰচিত্তিৰ গৰ্ভত নটি পুত্ৰ হয় আৰু তাৰে ভিতৰত কিম্পুৰুষ অন্যতম আৰু এওঁ শাসিত দেশৰ আৰু তাৰ অধিবাসীক কিম্পুৰুষ বোলা হয়। কিন্নৰ সকলেই কিম্পুৰুষ।

কিৰতি - পৰ্ব্বত- অৰণ্যত বাসকৰা আদিবাসী। এওঁলোক অতি নিষ্ঠুৰ আৰু চিকাৰত অতি নিপুন।

কিৰীটি - ইন্দ্ৰই সূৰ্য্যৰ দৰে সমুজ্জ্বল এটা মুকুট যুদ্ধৰ বাবে অৰ্জ্জুনক দিছিল বাবে অৰ্জ্জুনৰ নাম কিৰীট।

কীৰ্ত্তিমালা - কীৰ্ত্তিময়ী মালা।

কুকুদ - গৰুৰ চুট।

কুকুৰ - কু মানে- গোত্ৰ, কুৰ্ মানে- ত্যাগ কৰা। যযাতিৰ শাপত যি কুল ত্যাগ কৰিছিল।

কুচ - যুৱতীৰ স্তন যুগল।

কুঞ্জৰ - হস্তী।

কুণ্ড - সধবা স্ত্ৰীৰ গৰ্ভত তাইৰ উপপতিৰ ঔৰসজাত সন্তান। জলাশয়।

কুণ্টুৰণি - কাজিয়া বিচাৰি ফুৰা লোক।

কুতাণ্ড - এটি ভুল, প্ৰকৃতশব্দটি 'কুম্ভাণ্ড' অৰ্থাৎ এজন বীৰ এওঁ বলৰামৰ লগত যুদ্ধ কৰিছিল।

কুন্তী - যদুবংশীয় শূৰৰ কন্যা, বসুদেৱৰ ভনীয়েক, কুন্তীভোজ ৰজাই বন্ধু সুৰসেনৰ পৰা লাভ কৰি তুলি লৈছিল। এওঁৰ নাম 'পৃথা' আছিল যদিও কুন্তী ভোজৰ নামানুসৰি কুন্তী নাম পাঙ্গ। পাণ্ডুৰ পত্নী। দুৰ্ব্বাসাৰ

পৰা কুন্তীয়ে- 'দেবহুতি' নামে মন্ত্ৰ লাভ কৰি তাৰ দ্বাৰা পঞ্চ পাণ্ডবক পায়।

কুন্তীভোজ - শূৰসেনৰ বন্ধু। শূৰসেনৰ দুহিতা পৃথাক বন্ধুত্ব সূত্ৰে লাভ কৰে।

কুণ্টুৰ লটক - যুদ্ধ বিচাৰিফুৰা, 'লটক' মানে দুষ্ট লোক।

কুমেৰু - পৃথিৱীৰ দক্ষিণ প্ৰান্ত।

কুবলয়পীড় - কংসৰ অঙ্কুৰ, গজৰূপী দৈত্য। কুবলয় নীলোৎপল, আপীড় মানে শিৰোভূষণ।

কুবেৰে - ধনৰ অধিপতি, যক্ষৰাজ। বিশ্ৰবা দেববৰ্ন্নিনীৰ পুত্ৰ। কুবেৰ উত্তৰ দিশৰ দিকপাল। কুবেৰৰ সতীয়া মাকৰ পুত্ৰ ৰাৱণ। ব্ৰহ্মাক তুষ্ট কৰি অমৰত্ব বৰ লাভ কৰে আৰু যক্ষও কিন্নৰ গনক এওঁ অধীন কৰি ৰাখে। ৰাৱণে এওঁক খেদি পঠোৱাত কৈলাসত ৰাজ্য পাতি থাকে। এওঁৰ আঠটা দাঁত আৰু তিনিখন ভৰি।

কুম্ভকৰ্ণ - ৰাৱণৰ মাজুপুত্ৰ। বিশ্ৰবা মুনি আৰু নৈকষীৰ পুত্ৰ। ৰামৰ হাতত মৃত্যু হয়।

কুভাণ্ড - বলিপুত্ৰ বানৰ মন্ত্ৰী।

কুৰঙ্গ - মৃগ, হৰিণ।

কুৰঙ্গী - মৃগী, হৰিণী।

কুৰৰী - উৎক্ৰোশ পক্ষী। মেষ বা ভেড়া, অৱধূত চোবিশ গুৰুৰ এজন।

কুৰুক্ষেত্ৰ - প্ৰাচীন নাম সমন্ত পঞ্চক। যুদ্ধক্ষেত্ৰ ধৰ্ম্মক্ষেত্ৰ। চন্দ্ৰবংশীয় ৰজা কুৰুৱে ইয়াত ৰাজত্ব কৰাৰ বাবে কুৰুক্ষেত্ৰ নাম হয়।

কুশ - ৰাম সীতাৰ পুত্ৰ।

কুসাৰু - মৈত্ৰেয়ৰ পিতাক।

কুৰুজাঙ্গলা - বংশৰ কাজল বা কালিমা স্বৰূপিনী স্ত্ৰী।

কুলটা - নিজ স্বামীকুলৰ সৈতে, গমণ কৰিব পাৰে, চৰাইৰ পাখী।

কুলিশ - ইন্দ্ৰৰ বজ্ৰ।

কুলীন - উচ্চবংশ জাত।

কূৰ্ম - কাছ, ভগবানৰ ২য় অৱতাৰ।

কৃক্লাস - সৰীসৃপ প্ৰাণী।

কৃচ্ছ্র- কষ্ট, পাপ, পাপমোচনৰ বাবে কৰা ব্ৰত। গোময়, গোমূত্ৰ, দুগ্ধ, দধি, ঘৃত, কুশৰপানী - ছয় দ্ৰব্য ছদিন খাই এৰাতি উপবাসে থকা ব্ৰত। কৃচ্ছ্র সাধন কষ্টসহ্য কৰা।

কৃতদ্যুতি - চিত্ৰকেতুৰ ৰাণী।

কৃত্যানল - দুৰ্ব্বাসাৰ জঁটাৰ পৰা ওলোৱা দৈত্য আৰু অম্বৰীষক মাৰিবলৈ

খেদি গৈছিল।

কৃতবৰ্ম্মা - যদুবংশীয় এজন বীৰ। স্যমন্তমনি সম্পৰ্কীয় বিষয়ত জৰিত আছিল, অভিমন্যু বধৰ সপ্তৰথীৰ এজন।

কৃতান্ত - 'কৃত' মানে- অনুষ্ঠিত, 'অন্ত' মানে- নাশ বা শেষ। যম।

কৃত্তিবাস - মহাদেৱ।

কৃষ্ণ - বিষ্ণুৰ পূৰ্ণ অৱতাৰ। বসুদেৱ-দৈৱকীৰ পুত্ৰ। নন্দ-যশোদা পালক পিতৃ-মাতৃ। দুষ্ট দৈত্যক ধ্বংস কৰি পৃথিৱীৰ মহাভাৰ খণ্ডন কৰে।

কৃষ্ণ দ্বৈপায়ণ - ব্যাসদেৱ।

কৃষ্টভূমি - কৰ্ষিত ক্ষেত্ৰ, চহোৱা মাটি।

কেকয় - এখন ৰাজ্য। ইয়াত বাস কৰা সকল কৈকেয়।

কেতন-কেতু - পতাকা, নিচান।

কেশৱ - কেশী দৈত্যক বধ কৰা বাবে কৃষ্ণক কেশৱ বোলে।

কেশী - কৃষ্ণই বধ কৰা এটা দৈত্য।

কেতুমাল - অগ্নিধ্ৰৰ ন পুত্ৰৰ ভিতৰত কনিষ্ঠ পুত্ৰ। জম্বুদ্বীপৰ নটিবৰ্ষৰ ভিতৰত কেতুমাল বৰ্ষ।

কেন্দে - কন্দা।

কেয়ুৰ - বাহুৰ অলঙ্কাৰ, কজু।

কেশৰী - সিংহ। দীঘল নোমযুক্ত।

কৈকেয়ী - কৈকেয়ৰ কন্যা, দশৰথৰ পত্নী, ভৰতৰ মাতৃ।

কৈকস - দৈত্য, দানৱ।

কৈকেষী - ৰাৱণ-কুম্ভকৰ্ণৰ মাতৃ।

কৈৱল্য - নিৰ্বাণ সুখ, কেৱল ভক্তিক আশ্ৰয় কৰি লাভ কৰা মুক্তি।

কৈলাস - মহাদেৱ-পাৰ্ব্বতীৰ নিবাস।

কোঁৱৰ - কুমাৰ, পুত্ৰ

কোট্টৰী উলঙ্গ স্ত্ৰী, কালী, চণ্ডিকা।

কোদণ্ড - ধনু, এখন প্ৰাচীন দেশ।

কোপিল খং উঠা।

কোবিদাৰ - কাঞ্চন গছ, মন্দাৰ, পাৰিজাত।

কোশল - এখন দেশ।

কৌমুদকী গদা - অগ্নিয়ে কৃষ্ণক দিয়া গদা বিশেষ।

কৌশাম্বী - মগধৰ এখন নগৰ।

কৌশল্যা - কোশল ৰজাৰ কন্যা, দশৰথৰ পত্নী, ৰামৰ মাতৃ।

কৌশিক - এজন তপস্বী ব্ৰাহ্মণ।

কৌবেৰ - কুবেৰক অধিষ্ঠিত দিক্।

কৌস্তুভ - সমুদ্ৰ মন্থনত ওলোৱা মহামনি, কৃষ্ণই বুকুত পৰিধান কৰা মনি।

ক্ৰতু - এজন প্ৰজাপতি, এওঁৰ পত্নী দক্ষ কন্যা সন্নতি।

ক্ৰব্যাদ - ৰাক্ষস, ৰন্ধামগুহ।

ক্ৰমচ - বল, প্ৰভাৱ।

ক্ৰঞ্চ - সপ্তদ্বীপৰ এটা দ্বীপ, এবিধ চৰাইৰ নাম।

ক্ৰীড়াপুত্তলি - খেলাৰ পুতলা।

ক্ৰোধাগাৰ - ৰাজমহিৰ্ষী গনৰ খং উঠিলে যি গৃহত আশ্ৰয় লয়।

## ।।'খ'।।

খত্বাঙ্গ - সূৰ্য্যবংশীয় ৰজা, মুদগৰ।

খত্বাঙ্গবায়ক - শিৱ, মহাদেৱ।

খৰ-দূষণ - ৰাৱণৰ সেনাপতি ; দুয়ো ককাই-ভাই।

খুই - খুলি খুলি খোৱা।

খগৰাজ - 'খ' মানে আকাশ, 'খগ' অৰ্থে আকাশ গামী 'গৰুড়'।

খগেন্দ্ৰ-ঈশ্বৰ - গৰুড়ৰ ঈশ্বৰ (বিষ্ণু বা কৃষ্ণ)

খট্টাশ - গন্ধই আমোলমোলোৱা।

খড়্গ - ছেদন কৰা অস্ত্ৰ বিশেষ।

খদ্যোত - 'খ' আকাশ; দ্যুৎ-দীপ্তি। জোনাকী পৰুৱা।

খমক - ধ্বন্যাত্মক বাদ্য বিশেষ।

খৰৰত - প্ৰখৰ, অত্যন্ত তীক্ষ্ম।

খৰ্পৰ - কপাল, মূৰৰ খোলা, ভিক্ষাপাত্ৰ।

খাণ্ডৱ - ইন্দ্ৰপ্ৰস্থৰ সন্নিকস্থ প্ৰদেশ বাঅৰণ্য।

খেচৰ - পক্ষী। শূণ্যগামী সকল।

খেদায় - আতৰায়।

## ।।‘গ’।।

গঙ্গা - পবিত্ৰ নদী। বিষ্ণুৰ ভৰি ধুওৱা পানীৰ পৰা গঙ্গাৰ উৎপত্তি। ঋষি শাপত নিজবংশৰ লোকক উদ্ধাৰ কৰিবলৈ ভগীৰথে গঙ্গাক অৱতৰণ কৰাইছিল। ভীষ্মৰ মাতৃ আৰু সান্তনুৰ পত্নী।

গঙ্গাৰ কুমাৰ - ভীষ্ম।

গজ - হস্তী।

গজমতি - গজমুক্তা বা গজমনি।

গণক - জ্যোতিৰ্বিদ।

গণিকা - বেশ্যা, গণনা কাৰিনী।

গণেশ - শিৱ-পাৰ্ব্বতীৰ ২য় পুত্ৰ গণদেৱতা।

গন্ধৰ্ব্ব - স্বৰ্গৰ গায়ক আৰু বায়ক।

গন্ধমাদন - এখন পৰ্ব্বতৰ নাম।

গণ্ডকী তীৰ্থ - গণ্ডকী নদীৰ পাৰৰ পবিত্ৰ ক্ষেত্ৰ।

গদ - ৰোহিনীৰ গৰ্ভত বসুদেৱৰ পুত্ৰ।

গদা - লৌহময় মুদগৰ।

গদাধৰ - কশ্যপৰ পুত্ৰ গদ নাম অসুৰক বিষ্ণুৱে বধ কৰে, বিশ্বকৰ্ম্মাই তাৰ অস্থিৰে এক মুদগৰ নিৰ্ম্মাণ কৰে আৰু তাৰ নাম ‘গদা’ হয়। বিষ্ণুৱে এই গদা ধাৰণ কৰে বাবে বিষ্ণুক গদাধৰ বোলে।

গন্তুকাম - গমন কৰিবলৈ উৎসুক।

গন্ধৰ্ব্ব - যি গান গায়। গান-ধৰ্ম্ম যাৰ। গন্ধৰ্ব্বসকল দেৱযোনি বিশেষ। কশ্যপৰ ঔৰসত দুই পত্নীৰ গৰ্ভত ষোড়শ ও দশ সংখ্যক গন্ধৰ্ব্বৰ সৃষ্টি হয়।

গয় - এজন ধাৰ্ম্মিক ৰজা। বিখ্যাত বিষ্ণুভক্ত অসুৰ। সুগ্ৰীৱৰ বান্দৰ অনুচৰ।

গৰুড় - কশ্যপ আৰু বিনতাৰ পুত্ৰ। বিষ্ণুভক্ত বাহন। বিনতাই দুটি অণ্ড জন্ম দিয়ে এটিৰ পৰা অৰুণ আৰু আনটিৰ পৰা গৰুড়ৰ জন্ম হয়। উৰুহীন অৰুণ সূৰ্য্যৰথৰ সাৰথি হয়। বিষ্ণুৰ ৰথ ধ্বজৰ ওপৰত গৰুড়ৰ আসন নিৰ্ম্মিত হ’ল।

গৰুড়কেতু - বিষ্ণু, নাৰায়ণ, গৰুড়ধ্বজ।

গৰ্গ - অঙ্গিৰসৰ পুত্ৰ গৰ্গমুনি। অন্ধক আৰু বৃষ্ণিসকলৰ কুলগুৰু।

গাগৰী - কলসী।

গাণ্ডীৱ - প্ৰথমে এই ধনু ব্ৰহ্মাই তৈয়াৰ কৰে আৰু বৰুণক দিয়ে। আনমতে প্ৰজাপতিৰ পৰা ইন্দ্ৰই, ইন্দ্ৰৰ পৰা সোম (চন্দ্ৰ) আৰু চন্দ্ৰৰ পৰা বৰুণে এই ধনু পায়। খাণ্ডৱ দাহনৰ সময়ত ইন্দ্ৰ প্ৰমুখ্যে দেৱগণে বৰুণৰ পৰা এই ধনু অৰ্জ্জুনক দিয়ে। স্বৰ্গা ৰোহনত সময়ত এই ধনু তেওঁ সাগৰত (বৰুণক) নিক্ষেপ কৰে।

গান্দিনী - অক্ৰূৰৰ মাক।

গান্দিনী সূত - কৃষ্ণৰ খুড়াক অক্ৰূৰ।

গালব - বিশ্বামিত্ৰৰ প্ৰিয় শিষ্য।

গাধি - নৃপতি কুশৰ পুত্ৰ আৰু বিশ্বামিত্ৰৰ পিতাক।

গায়ত্ৰী - সবিতামন্ত্ৰ, গায়ত্ৰী মন্ত্ৰ, ব্ৰহ্মাৰ পত্নী।

গুহ্য-গুহ্যক - দেৱযোনি বিশেষ, কুবেৰৰ অনুচৰ।

গুঞ্জাফল - বৃন্দাবন সম্পদ, কুঁচ বা ৰক্তিকা।

গুণক - তাঁতিৰ ঘৰত জন্মে। তন্তুবায়, কৃষ্ণদাস তাঁতী।

গুবাক - সুপাৰি।

গুৰু - গধুৰ, সৰ্ব্বপূজ্য ব্যক্তি। অজ্ঞান-অন্ধকাৰ দূৰ কৰোঁতা।

গুৰুশয্যাশায়ী - গুৰু তল্পগামী। 'তল্প' মানে শয্যা। গুৰুৰ শয্যাত সায়িত হোৱা ব্যক্তি। প্ৰকৃত অৰ্থ গুৰু পত্নীৰ লগত যৌনক্ৰিয়া কৰা চন্দ্ৰই দেৱগুৰু বৃহস্পতিৰ পত্নী তাৰাক হৰণ কৰি সম্ভোগ কৰে বাবে তেওঁ মহাপাতকী।

গুহ - নিষাদ পতি, চণ্ডালৰ ৰজা।

গৃহমেধী - গৃহস্থ।

গৃধ্ৰ - লোভী, শগুন।

গৃহাশ্ৰম - সংসাৰী লোক।

গেহ - গৃহ, ঘৰদুৱাৰ।

গোকৰ্ণ - তীৰ্থ বিশেষ।

গোকুল - য'ত গৰু থাকে, গৰুখুঁটি, বৃন্দাবন।

গোপী - গোৱালৰ পত্নীসকল। কৃষ্ণৰ পৰম ভক্তা।

গোবিন্দ - গোপ + ইন্দ্ৰ ; গোপ শ্ৰেষ্ঠ, নাৰায়ণ, কৃষ্ণ।

গোঙাইনু - সময় কটোৱা।

গোঠ - গোষ্ঠ, গৰু চৰোৱা ঠাই, কৃষ্ণৰ গোচাৰণ লীলা।

গোপেন্দ্ৰ - গোপ গনৰ ৰজা।

গোবৰ্দ্ধন - দেৱৰাজ ইন্দ্ৰৰ গৰ্ব খৰ্ব কৰিবৰ বাবে বৃন্দাবন বাসীক শ্ৰীকৃষ্ণ ইন্দ্ৰযজ্ঞ ভঙ্গ কৰি গোবৰ্দ্ধন পৰ্ব্বতক পূজিবলৈ নিৰ্দ্দেশ দিয়ে আৰু গোবৰ্দ্ধন পৰ্ব্বত দাণ্ডি ধৰি বতাহ বৰষুণৰ পৰা ৰক্ষা কৰে।

গোৰক্ষ - গৰখীয়া।

গোমতী - গোমতী নামে তীৰ্থক্ষেত্ৰ।

গোমেধ যজ্ঞ - গৰু বলি দি কৰা যজ্ঞ।

গোৰোচনা - শুষ্কপিত্ত, গৰুৰ মস্তকজাত পীতবৰ্ণ সামগ্ৰী।

গোলোক বিহাৰী - কৃষ্ণ, বৈকুণ্ঠত থকা নাৰায়ণ।

গৌতম - গৌতম ঋষিৰ পত্নী অহল্যা। গৌতম ঋষিৰ দ্বাৰা ৰচিত ন্যায় দৰ্শন।

গ্ৰাম্যকৰ্ম্ম - কাম উদ্দীপক নাচকৰ্ম্ম। গ্ৰাম্যক্ৰিয়া।

গ্ৰাম্য গীত - কামনা যুক্ত গীত।

## ।।'ঘ'।।

ঘনিয়োক - অৱধান কৰক, কাণ দিয়ক।

ঘটত্ব-পটত্ব - ঈশ্বৰ ঘট বা ছবিত ব্যাপ্ত আছে বুলি কৰা ধাৰণা।

ঘাতুক - হিংসাকুৰীয়া, হত্যাকাৰী, নিষ্ঠুৰ।

ঘৃতাচী - উৰ্ব্বশী, মেনকা, তিলোত্তমা, প্ৰামোচা অপসৰাৰ দৰে ঘৃতাচীও অপ্সৰা।

## ।।'চ'।।

চক্ৰবাত - ঘূৰ্ণিবায়ু, বাল কৃষ্ণই বধ কৰা দৈত্য।

চক্ৰপাণি - কৃষ্ণ, বিষ্ণু, নাৰায়ণ।

চতুৰ্দ্দশ ত্ৰিভুবন - প্ৰথমে লোকাশ্ৰয় স্বৰূপে ত্ৰিভুবন সৃষ্টি হ'ল - স্বৰ্গ-মৰ্ত্য-পাতাল। থিভুবনকে চতুৰ্দ্দশ ভুবন হিচাবে বিভক্ত কৰা হল। ভূ-পৃথিবী, ভুবঃ - আকাশ,স্বঃ (স্বৰ্গ), মহ, জন, ওপ, সত্য-সপ্তভুবন। বিতল, অতল, নিতল,

সুতল, মহাতল, ৰসাতল, তলাতল-সপ্ত পাতাল।

চতুৰ্দ্দোল - চাৰিজনলোকে বহন কৰা দোলা।

চতুৰ্ব্বৰ্গ - ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ।

চতুৰ্ব্বিধঅন্ন - চব্য, চুষ্য, লেহ্য, পেয় - চাৰিবিধ আহাৰ।

চতুব্যূহ - চতুৰাত্মক বিষ্ণু - বাসুদেব বা কৃষ্ণ, বলৰাম বা সংকৰ্ষণ, প্ৰদ্যুম্ন আৰু অনিৰুদ্ধ।

চতুৰ্ভিত - চাৰি দিক।

চতুৰঙ্গ - চাৰিঅঙ্গযুক্ত সেনাবাহিনী - হস্তী বা গজ, অশ্বাৰোহী, ৰথ পদাতি।

চন্দ্ৰ - অত্ৰি ঋষিৰ পুত্ৰ। এওঁ দক্ষৰ ২৭ জনী কন্যাক বিবাহ কৰিছিল। দক্ষৰ অভিশাপত চন্দ্ৰৰ কুষ্ঠৰোগ হয় আৰু শিৱৰ প্ৰসাদত ৰোগমুক্ত হয়।

চন্দ্ৰচূড় - চুড়া মানে শিৰোভূষণ। চন্দ্ৰ যাৰ শিৰোভাগত আছে - মহাদেৱ। সেই বাবেমহাদেৱক চন্দ্ৰচূড় বা চন্দ্ৰশেখৰ বোলা হয়। ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণৰ মতে অশ্বিনী ভৰনী, ৰোহিনী আদি ১৭জনী পত্নীৰ ভিতৰত ৰোহিনীৰ প্ৰতি অধিক আকৃষ্ট হোৱাত (দক্ষৰ কন্যা ১৭গৰাকী) অন্য পত্নীসকলে দক্ষক আপত্তি দৰ্শোৱাত দক্ষই চন্দ্ৰৰ কুষ্ঠৰোগ হ'ব বুলি অভিশাপ দিয়ে। শিৱৰ শৰণাপন্ন হোৱাত শিৱই কুষ্ঠৰোগ দূৰ কৰে আৰু শিৰত স্থান লয়। সেইবাবে শিৱৰ মূৰত কপালত চন্দ্ৰকলা বিদ্যমান।

চন্দ্ৰবংশ - অত্ৰিৰ পুত্ৰ চন্দ্ৰ। চন্দ্ৰৰ পুত্ৰ বুধ, বুধৰ পুত্ৰ পুৰূৰবা। এইদৰে এই বংশৰ পৰাই যদুবংশ, পৌৰব বংশ, কৌৰব বংশাদিৰ সৃষ্টি হয়।

চন্দ্ৰাৱলী - ৰাধা আৰু কৃষ্ণৰ এগৰাকী প্ৰিয় সখী।

চমৰী - এবিধ কৃষ্ণবৰ্ণ গৰু।

চৰ্ম্ম - জন্তুৰ ঠান চালেৰে তৈয়াৰী ঢাল।

চব্বিশ তত্ব - ৫মহাভূত + ৫ তন্মাত্ৰ + ৫ জ্ঞানেন্দ্ৰিয় + ৫ কৰ্ম্মেন্দ্ৰিয় + মন + বদ্ধি + চিত্ত + অহঙ্কাৰ।

চমুৰণ - সেনাদল।

চম্বু - পোণ।

চাঁচৰ - কুঞ্চিত। কোঁচখোৱা।

চাতুৰ্ম্মাস্য - আহাৰ মাহৰ শুক্লাদ্বাদশীৰ পৰা কাতিমাহৰ শুক্লাদ্বাদশী লৈকে প্ৰতিদিনে এক গ্ৰাস অন্ন কমাই অমাবশ্যাত সম্পূৰ্ণ উপবাসে থাকি কৰা ব্ৰত।

চানুৰ - কংসৰ অনুচৰ। ধনুযজ্ঞত বলৰামৰ হাতে মুষ্টিক আৰু কৃষ্ণৰ হাতত চানুৰ মৃতু হয়।

চাম্বৰ - 'চমৰী' দ্ৰষ্টব্য।

চাৰুদেষ্ণ - কৃষ্ণ-ৰুক্মিণীৰ দশমপুত্ৰ।

চিকুৰ - কেশ, চুলি।

চিত্ৰগুপ্ত - চিত্ৰ-লেখন, গুপ্ত-ৰক্ষক। যমৰ লেখক। জীৱৰ কৃতকৰ্ম্মৰ হিচাব ৰক্ষক কেৰাণী।

চিত্ৰৰেখা- এজনী বিখ্যাত অপ্সৰা।

চিত্ৰলেখা - চন্দ্ৰলেখা, বানৰজাৰ মন্ত্ৰী কুভাণ্ডৰ কন্যা আৰু উষাৰ সখী।

চিত্ৰা - এজনী অপ্সৰা।

চিত্ৰাঙ্গদ - সত্যৱতীৰ গৰ্ভত শান্তনুৰ ঔৰসত চিত্ৰাঙ্গদ আৰু বিচিত্ৰ বীৰ্যৰ জন্ম হয়। এজন গন্ধৰ্ব্ব ৰাজৰ হাতত চিত্ৰাঙ্গদৰ মৃত্যু হয়।

চিদানন্দ - চিৎ-জ্ঞান, স্বৰূপ আনন্দ, ব্ৰহ্ম, ঈশ্বৰ।

চিদাভাস - চি্য-আভাস, জ্ঞানৰ আভাস, জ্ঞান ৰূপ জীৱাত্মা।

চিত্ৰকেতু - সুৰসেন দেশৰ নৃপিত। তেওঁৰ বহুস্ত্ৰীৰ ভিতৰত মাত্ৰ কৃত দ্যুতিয়ে পুত্ৰ সন্তান জন্ম দিছিল, কিন্তু তেওঁৰ সতিনীয়েক বোৰে এই পুত্ৰটিক হত্যা কৰে।

চিন্তামণি - অভীষ্টদায়ক মণি।

চিৰজীৱী - ১০ জন চিৰদিন জীয়াই থকা ব্যক্তি - বিষ্ণু, মাৰ্কণ্ডেয়, ব্যাস, বলি, কৃপ, অশ্বত্থামা, পৰশুৰাম, বিভীষণ, হনুমান, বায়স (কাক)। শাল্মলি বৃক্ষ ও চিৰজীৱী।

চীৰবাস - পত্ৰবস্ত্ৰ বিশেষ।

চেদি - এখন দেশ। শিশুপাল চেদি দেশৰ ৰজা।

চেলখণ্ড - বস্ত্ৰ খণ্ড।

চৈধ্য ইন্দ্ৰিয়দেৱতা - ১। চকুত আদিত্য, ২। নাকত অশ্বিনীকুমাৰ ৩। জিভাত বৰুণ, ৪। বাক্যও বহ্নি, ৫। কাণত দিশ দেৱতা, ৬। ছালত বায়ু, ৭। ভুজত ইন্দ্ৰ, ৮। পদত বিষ্ণু, ৯। গুহ্যত মিত্ৰ (সূৰ্য্য) ১০। চিত্তত বাসুদেৱ, ১১। উপস্থত প্ৰজাপতি, ১২। অহঙ্কাৰত ৰুদ্ৰ, ১৩। মনত চন্দ্ৰ, ১৪। বুদ্ধিত ব্ৰহ্মা।

চৌবাঙ্গি - নৰিয়া, হাত-ভৰি লৰচৰ কৰিব নোৱাৰা, ইন্দ্ৰিয়বিহীন।

চৌৰাশী নৰক - ৰৌৰৱ, তামিশ্ৰ, অন্ধতামিশ্ৰ, কুম্ভীপাক আদি ৮৪খন নৰক।

চৌষষ্ঠি কলা - গীত, নৃত্য, বাদ্য, নাট্য, চিত্ৰ,ভাস্কৰ্য্য, নৃপতি, আলেখ্যাদি ৬৪ বিধ কলা।

চ্যবন - মহৰ্ষি ভৃগু আৰু পুলোমাৰ পুত্ৰ।

## ।।'ছ'।।

ছয়উৰ্ম্মি - শোক, মোহ, জৰা, মৃত্যু ক্ষুধা, পিপাসা।

ছয় চক্ৰ - যোগশাস্ত্ৰ মতে দেহৰ ছয় স্থানৰ ছটা চক্ৰ - পায়ু, লিঙ্গ, নাভি, হৃদি, তালু ললাট। পায়ুত - মূলাধাৰ, লিঙ্গত-স্বাধিষ্ঠান, নাভিত-মণিপুৰ, হৃদিত-অপ্নাহত, তালু-বিশুদ্ধ আৰু ললাটত-আজ্ঞাচক্ৰ।

ছয় ছল - ঠগ, ফাকি, প্ৰবঞ্চনা, প্ৰতাৰণা, সত্যক ঢাকিৰখা, অসত্য কথা দেখুৱাই দিয়া।

ছয় ৰাগ - ভৈৰৱ, শ্ৰী, মেঘ, কৌশিক, হিন্দোল, দীপক (হনুমন মতে) মালৱকোষ (কৌশিকৰ পৰিবৰ্তে। ভৈৰব-শৰতকালত গোৱা হয়, শীতকালে-শ্ৰী, বৰ্ষাকালে-মেঘ, বসন্তকালে-বসন্ত, গ্ৰীষ্মকালে পঞ্চম, হেমন্তকালে-নটনাৰায়ণ গোৱা হয়।

ছত্ৰিশ ৰাগিনী - প্ৰতি ৰাগৰ ছটাকৈ ৰাগিনী আছে।

ছেন্দে - ছান্দিয়া।

ছায়াঁ পুতলা - কোনো এটা বস্তুৰ আকৃতিৰ ছাঁটো কাপোৰত প্ৰতিফলন কৰি দেখুওৱা বিদ্যা।

ছাৱাল - পোৱালি।

## ।।'জ'।।

জগত - ভূবন, লোক বিশ্বব্ৰহ্মাণ্ড, যাৰ আনুভবিক সত্যতা আছে ; কিন্তু পাৰমৰ্থিক সত্যতা নাই।

জগত কাণ্ডাৰী - ভৱ সংসাৰৰ কাণ্ডাৰী। জীৱন বিশাল সমুদ্ৰ, ঈশ্বৰ ভব নৌকাৰ কাণ্ডাৰী (মাঝি)।

জগঝম্প - এবিধ প্ৰাচীন ঢালজাতীয় ৰণবাদ্য।

জগতীছন্দ - দ্বাদশাক্ষৰ ছন্দ বিশেষ। অনুষ্ঠভছন্দ।

জঙ্গ - এঠা প্ৰাচীন জাতি।

জঙ্গম - যি গমন বা লৰচৰ কৰিব পাৰে।

জটায়ু - গৰুড়ৰ জ্যেষ্ঠবাই অৰুণৰ পুত্ৰ। পক্ষীৰ ৰজা। ৰাৱণৰহাতৰ পৰা সীতাক উদ্ধাৰ কৰিবলৈ গৈ মৃত্যুবৰণ কৰে আৰু ৰামক সীতাৰ বাৰ্ত্তা দিয়ে।

জড়ভৰত - ভৰত নামে প্ৰাচীন ৰজা। এওঁ বানপ্ৰস্থ গ্ৰহণ কৰি অৰণ্যত জীৱন কটায়। হৰিণ পোৱালিৰ যত্ন লবলৈ গৈ হৰিণৰ চিন্তাতে প্ৰাণ এৰি হৰিণ জন্ম লাভ কৰে আৰু অৱশেষত ব্ৰহ্মজ্ঞান লভি মোক্ষলাভ কৰে।

জনক - মিথিলাৰ ৰজা আৰু ঋষি। সীতাৰ ধৰ্ম্ম পিতৃ, ৰামচন্দ্ৰৰ শহুৰেক।

জনাৰ্দ্দন - জন নামৰ অসুৰক মৰ্দ্দন কৰাৰ বাবে বিষ্ণুকে জনাৰ্দ্দন বোলা হয়।

'জন' অৰ্থাৎ মানুহৰ মায়া নাশ কৰে বাবে জনাৰ্দ্দন নাম হৈছে।

জন্ম-চিন্তামণি - মানৱ জন্মলৈ মুক্তিলাভ কৰিব পাৰি বাবে মানৱজন্মক জন্ম চিন্তামণি বোলা হয়।

জন্মেজয় - পৰীক্ষিতৰ পুত্ৰ। তক্ষকৰ ওপৰত প্ৰতিশোধ লবৰ বাবে তেওঁ সৰ্পযজ্ঞ কৰে।

জমদগ্নি - বেদত পাৰদশী ঋষি। ভৃগুপুত্ৰ ঋচীকৰ ঔৰসত, সত্যৱতীৰ গৰ্ভত এওঁৰ জন্ম। এওঁৰ পুত্ৰ পৰশুৰাম।

জম্বুদ্বীপ - পৃথিৱীৰ সপ্তদ্বীপৰ অন্তৰ্গত এটা দ্বীপ। লবন সাগৰে আবৃত। জম্বুদ্বীপ নব বৰ্ষত বিভক্ত ইলাবৃত্ত, ৰম্যক, হিৰন্ময়, কুৰু, হৰিবৰ্ষ, কিম্পুৰুষ, ভৰত, কেতুমাল, ভদ্ৰাশ্ব।

জম্বুবৃক্ষ - জামগছ। সনাতন জম্বুবৃক্ষ জোপাৰ নাম সুদৰ্শন। এই বৃক্ষৰ নাম অনুসৰি জম্বুদ্বীপ হৈছে। বছৰৰ সকলো সময়তে এই বৃক্ষই ফল ফুল ধাৰণ কৰে। ইলাবৃত্তৰ মাজেদি এই বৃক্ষৰ পৰা জম্বুনদী বৈ গৈছে।

জমদগ্নি-সুত - পৰশুৰাম।

জম্ভাসুৰ - কয়াধুৰ পিতৃ, এটা অসুৰ।

জনমশ্লাঘ্য - জন্ম সাৰ্থক।

জলন্ধৰ এটা দৈত্য। মহাদেৱৰ মস্তকৰ অগ্নি সমুদ্ৰত নিক্ষেপ কৰাত জলন্ধৰৰ সৃষ্টি হয়।

জল্প - আনৰ মত খণ্ডন কৰি নিজৰ মত স্থাপন।

জৰায়ুজ - জৰায়ুৰ পৰা জন্ম হোৱা।

জৰাসন্ধ - চন্দ্ৰবংশীয় বৃহদ্ৰথৰ পুত্ৰ। মন্ত্ৰ সিদ্ধ আম এটি দুয়ো ৰাণীয়ে ভগাই খোৱাত প্ৰতি গৰাকীয়ে এফালকে পুত্ৰ জন্ম দিয়ে। জৰা ৰাক্ষসীয়ে দুয়োফাল সংলগু কৰাৰ পৰা জৰাসন্ধ হয় আৰু ভীমে বধ কৰে।

জটিলা - গোপৰ স্ত্ৰী বিশেষ।

জয়-বিজয় - বৈকুণ্ঠৰ দুৱৰী। চাৰিসিদ্ধক বৈকুণ্ঠৰ অভ্যন্তৰলৈ যাবলৈ বাধা দিয়াৰ বাবে জয়-বিজয়ক মৰ্ত্যত জন্ম লবলৈ অভিশাপ দিয়ে আৰু তিনিবাৰ মৰ্ত্যত জন্ম গ্ৰহণ কৰে।

জলদ - জলদান কৰোঁতা - মেঘ।

জলসই - জলমগ্ন।

জহ্নু - সংবৰণৰ ঔৰসত কুৰুৰ জন্ম হয়, কুৰুৰ চাৰিপুত্ৰৰ এক পুত্ৰ জহ্নু।

জাম্বাবান, জাম্বুবান - ৰাম ভক্ত ঋষভ। ব্ৰহ্মাৰ পুত্ৰ। স্যমন্তক মণিৰ বাবে কৃষ্ণৰ লগত ২৮ দিন যুদ্ধ কৰে। পাচত চিনি পাই কৃষ্ণত শৰণ লয় আৰু জাম্বৱতীক বিয়া দি স্যমন্তকমণি দান কৰে।

জাম্বৱতী - জাম্ববানৰ জীয়েক, কৃষ্ণত বিয়া দিয়ে।

জাৰলে - প্ৰচণ্ড বলেৰে সাৱতি ধৰা।

জাহ্নবী - ভগীৰথে গঙ্গাক পান কৰি পেলায়। ভগীৰথৰ অনুৰোধত জানু ফালি গঙ্গাক বুৱাই দিয়াৰ বাবে জাহ্নবী নাম হয়।

জাঠা - জাঠিৰ দৰে লোৰে তৈয়াৰী অস্ত্ৰ।

জাতিস্মৃতি - জাতিস্মৰ। পূৰ্ব্বজন্মৰ কথা কব পৰা।

জাতুকৰ্ণ - দেৱদত্তৰ তনয় অগ্নিবেশ্য বা জাতুকৰ্ণ।

জালুক - জালোপজীৱী। জালেৰে মাছ ধৰি চলা লোক।

জিগীষু - জয় লাভৰ আশা বা অভিলাষী।

জিতেন্দ্ৰিয় - ইন্দ্ৰিয়ক সংযত কৰি ৰাখিব পৰা ব্যক্তি।

জিষ্ণু - যি পৰাজয় কাক বোলে নাজানে। বিষ্ণু, ইন্দ্ৰ, শিব, অৰ্জ্জুন।

জীৱ - জীৱাত্মা, দেহ অবচ্ছিন্ন আত্মা।

জীৱাত্মা - শৰীৰত অধিষ্ঠাতা চেতন পদাৰ্থ, জীৱপুৰুষ, দেহাভিমান জীৱ। বেদান্তৰ মতে আত্মা দুইপ্ৰকাৰ জীৱাত্মা-পৰমাত্মা। প্ৰতিজীৱৰ শৰীৰৰ অভ্যন্তৰস্থ স্বচ্ছ চৈতন্য অংশ জীৱাত্মা। জীৱাত্মাতেই পৰমাত্মাৰ প্ৰতিবিম্ব পৰে।

জীমূত - 'জী' মানে জল, মূত মানে বদ্ধ। মেঘ।

জ্যোতিষ-চক্ৰ - চন্দ্ৰ-সূৰ্য্য-গ্ৰহ-নক্ষত্ৰাদি, দ্বাদশৰাশি আদি।

জৈমিনী - পূব মিমাংসা দৰ্শন প্ৰণেতা মুনি। বেদৰ কৰ্ম্মকাণ্ডৰ সূত্ৰ সমূহক সুসংবদ্ধ আৰু সংশোধিত কৰে।

জ্ঞেয়ানী - জ্ঞানী।

জ্যোতিষ্টোম - 'ষ্টোম' মানে যজ্ঞ। যজ্ঞ বিশেষ।

জ্বৰাসুৰ - বান-কৃষ্ণৰ যুদ্ধৰ সময়ত শিব-বিষ্ণুৰ দ্বাৰা। জ্বৰাসুৰৰ সৃষ্টি হয়।

## ।।'ঝ'।।

ঝকা-ঝকী - পৰস্পৰৰ মাজত হাই-কাজীয়া লগা।

ঝুনা - এটা ছন্দ, লঘুসঙ্গীত, শুকান নাৰিকল।

ঝোৰে - চকুপানী ওলায়।

## ।।'ট'।।

টাই - আত্মম্ভৰী, বৰকথা, প্ৰৌঢ়ী।

টালি - দুষ্টালি, ল'ৰা-ধেমালি, টালি-তুলি।

টিকাৰা - দুন্দুভি বাদ্য।

টিট্টিভ - পক্ষী বিশেষ।

টোৱাইয়া - ওপৰত দিয়া (টোৱাইয়া দিল হস্তী কৃষ্ণৰ ওপৰ)

## ।।'ঠ'।।

ঠকঠৈটা - ঠক-মানে প্ৰতাৰক, ঠেকা মানে নিৰ্লজ।

ঠাই - স্থান বা আশ্ৰয়।

ঠাটে - পুনৰ যুঁজা।

ঠাৱে - ইঙ্গিতে।

## ।।'ড'।।

ডঙ্কা - দুন্দুভি।

ডম্ফ - এবিধ বাদ্যযন্ত্ৰ।

ডম্বৰু - ডম্ডম্ শব্দ কৰা ডম্বৰু বাদ্যৰ ধ্বনি।

ডৰ - ভয়।

ডাকিনী-যোগিনী - ডাক মানে মন্ত্ৰসিদ্ধ, ডাকিনী-পিশাচী, শিৱৰ-পাৰ্বতীৰ অনুচৰী।

ডাহুকা - ডাক পক্ষী। স্ত্ৰীলিঙ্গও ডাহুকী।

ডোৰ - বন্ধন সূত্ৰ।

## ।।'ঢ'।।

ঢেল - চকুৰ মনিৰ চাৰিওফালে থকা বগা অংশ।

ঢলা ঢলা সুৰ - আকুল হৃদয়ৰ পৰা ওলোৱা কৰুণ সুৰ।

## ।।'ত'।।

তঙ্ক - অকস্মাতে উঠা খং। আতঙ্ক।

তণ্ট - দুখ-কষ্ট, পাপ।

তক্ষক - কশ্যপৰ ঔৰসত কদ্ৰুৰ গৰ্ভত উৎপত্তি হোৱা আঠজন নাগৰ

ভিতৰত অন্যতম।

তত্ত্ব - প্ৰকৃত বিষয়।

তত্ত্বমসি - তুমিয়েই (ব্ৰহ্মই) সেই পৰম তত্ত্ব। অৰ্থাৎ জীৱ আৰু ব্ৰহ্ম এক আৰু অভিন্ন।

তৰ্ক - বাদানুবাদ।

তৰ্কবাদ - যুক্তিতৰ্ক। বস্তুনিষ্ঠ বিচাৰ বিশ্লেষণ।

তদন্তভাৰতী - তদন্ত মানে বিশেষ বৃত্তান্ত, 'ভাৰতী' মানে বাক্য। বৃত্তান্তৰ কথা।

তন্ত্ৰ-মন্ত্ৰ - শিৱ ও শক্তিৰ উপাসনা বিষয়ক শাস্ত্ৰ। বেদৰ অংশ বিশেষ, দেৱতাৰ উপাসনাৰ বাক্য।

তপোবন - তপস্যা সাধনাৰ বন। ঋষিৰ আশ্ৰম।

তমিস্ৰ - ঘোৰ অন্ধকাৰময় নৰক।

তাণ্ডৱ - উদ্ধত নৃত্য, পুৰুষৰ নৃত্য, স্ত্ৰীৰ নৃত্য-লাস্য।

তাত - পিতা।

তামস - চতুৰ্থ মন্বন্তৰক অধিপতি। মনু।

তামসী - ঘোৰ অন্ধকাৰ ৰাতি।

তাম্ৰপৰ্ণী - কৰ্ণাতকৰ এখন নদী।

তাৰা - বালিৰ পত্নী।

তিতিক্ষা - শীত-উষ্ম, বৈৰাগ্য, ক্ষমা।

তিৰ্থক গণ - পশু-পক্ষী আদি।

তীখাল - তীক্ষ্ণতৰ।

তুণ্ড - মুখ, চৰাইৰ ঠোঁট।

তুণ্ডাঘাত - চকুৰ আঘাত।

তুম্বৰু - সংঙ্গীত বিদ্যাৰ ঋষি,

তুৰঙ্গম - ঘোঁৰা, অশ্ব।

তুষিত - বিষ্ণু।

তুৰী - ৰণশিঙা।

তৃণাবৰ্ত - কৃষ্ণই বধ কৰা এটি অসুৰ।

তূৰ্ণ - শীঘ্ৰে।

তৃণবিন্দু - এজন ৰাজৰ্ষি।

তৃষ্ণীম্ভাৰ - মৌন অৱলম্বন।

তেয়াগ - ত্যাগ।

তেলাকুচ - তেলৰ দৰে ৰঙা।

তোল-বোল - তেজেৰে তোলবুলীয়া হোৱা।

তোমৰ - হাতেৰে নিক্ষেপ কৰা অস্ত্ৰবিশেষ।

ত্ৰয়ীবাৰ্ত্তা - তিনিবেদৰ জ্ঞান (ঋক, যজুঃসাম)

ত্ৰসদস্যু - ৰাৱণ আদি দস্যগণ মান্ধাতাৰ প্ৰভাৱত কম্পিত হোৱাৰ বাবে মান্ধাতাক ইন্দ্ৰই ত্ৰসদস্যু বোলে।

ত্ৰিকুট - লঙ্কাদ্বীপত অৱস্থিত তিনিটা শৃঙ্গ বিশিষ্ট পৰ্ব্বত। সুবেল পৰ্ব্বত।

ত্ৰিদশ - দেৱতা সকল।

ত্ৰিনয়ন - শিৱ, শিৱৰ তিনিচকু।

ত্ৰিগৰ্ত - এখন তীৰ্থক্ষেত্ৰ (কেৰেলাত অৱস্থিত)

ত্ৰিজগদীশ্বৰ - তিনি জগতৰ ঈশ্বৰ বিষ্ণু।

ত্ৰিত - সৰস্বতীৰ নিকতবৰ্ত্তী তীৰ্থক্ষেত্ৰ।

ত্ৰিতকুপ - তীৰ্থক্ষেত্ৰ সদৃশ।

ত্ৰিতাপ - আধ্যাত্মিক, আধিভৌকি, আধিদৈবিক তাপ।

ত্ৰিদণ্ডী - যতি বা সন্ন্যাসী।

ত্ৰিপুৰ - শক্তিশালী অসুৰ বিশেষ, শিৱই ত্ৰিপুৰক বধ কৰি ত্ৰিপুৰাৰী নাম লয়।

ত্ৰিপুৰাসুৰ - শিৱই বধ কৰা অসুৰ বিশেষ।

ত্ৰিবিক্ৰম - বামনৰূপী বিষ্ণু। ভগৱানৰ অৱতাৰ।

ত্ৰিবিধ অহঙ্কাৰ - সাত্ত্বিক, ৰাজসিক, তামসিক।

ত্ৰিবক্ৰা - কুবুৰ্জা।

ত্ৰিভঙ্গ - শ্ৰী কৃষ্ণৰ দণ্ডায়মান ভঙ্গী। মুৰ দক্ষিণলৈ হালি, কঁকাল উন্নত কৰি সো-ভৰি বাঁও-ভৰিৰ ওপৰত বেঁকাকৈ ৰাখি বাঁহী বজোৱা ভঙ্গিমা।

ত্ৰিলোক - স্বৰ্গ-মৰ্ত্য-পাতাল।

ত্ৰিলোক নিবাসী - প্ৰতিলোকত বাস কৰা লোক।

ত্ৰিষ্টুপ - ব্ৰহ্মাৰ পৰা সৃষ্টি হোৱা ছন্দ।

ত্ৰিসবন স্নান - তিনিবেলা স্নান। প্ৰভাত-মধ্যাহ্ন আৰু সন্ধ্যাস্নান।

ত্ৰিশিৰা - জ্বৰৰ দেৱতা। ৰামচন্দ্ৰই বধ কৰা এটা ৰাক্ষস বীৰ।

ত্ৰিসিৰা - দুৰ্ব্বাৰি দানৱ।

ত্ৰেতা - কাতিমাহৰ শুক্লা নৱমী তিথিত সোমবাৰে ত্ৰেতাযুগৰ আৰম্ভ। ত্ৰেতা যুগৰ আয়ু ১২, ৯৬, ০০০ বছৰ। এই যুগত সত্যৰ চাৰি ভাগৰ এক ভাগ অংশ লোপ পায়। সেয়ে তিনি পাদ সত্য এক পাদ পাপ। এই যুগৰ অৱতাৰ ৰামচন্দ্ৰ।

ত্বৰাত্বৰি - অতিশীঘ্ৰে।

## ।।'দ'।।

দণ্ডিকা - দণ্ড প্ৰদান কৰোঁতা।

দত্তাত্ৰেয় - এজন মুনি, অত্ৰিৰ পত্নী অনসূয়াৰ গৰ্ভত বিষ্ণুৱে দত্তাত্ৰেয় ৰূপে অৱতীৰ্ণ হয়। বিষ্ণুৱে কৈছিল - "মই পুত্ৰৰূপে দত্ত হলোঁ"।

দগড় - ৰণবাদ্য বিশেষ।

দণ্ডক কানন - দণ্ড ৰজাৰ কানন।

দণ্ডনীতি - দমন বা শাসন নীতি-নিয়ম।

দধীচি - অথৰ্ব্ব মুনি আৰু পত্নী শান্তিৰ পুত্ৰ দধীচিমুনি। দধীচিৰ অস্থিৰ পৰা বিশ্বকৰ্ম্মাই বজ্ৰ নিৰ্মাণ কৰে আৰু ইন্দ্ৰই বজ্ৰেৰে বৃত্ৰাসুৰক বধ কৰে।

দনু - প্ৰজাপতি দক্ষৰ কন্যা আৰু কশ্যপৰ পত্নী। দনুৰ পুত্ৰসকলক দানৱ বোলা হয়।

দন্তবক্ৰ - শিশুপালৰ ভায়েক। শিশুপালৰ মৃত্যুৰ পাচত কৃষ্ণই দন্তবক্ৰক বধ কৰে। দন্তবক্ৰ আৰু শিশুপাল দমঘোষৰ পুত্ৰ।

দমঘোষ - চেদিৰাজ দমঘোষে বসুদেৱৰ ২য় ভগিনী শ্ৰুতশ্ৰৱাকবিয়া কৰে। কৃষ্ণৰ পেহীয়েক শ্ৰুতশ্ৰৱাই শিশুপাল আৰু দন্তবক্ৰক জন্ম দিয়ে।

দম - কৰ্ম্মেন্দ্ৰিয় সমূহক দমন কৰাক 'দম' বোলে।

দময়ন্তী - বিদৰ্ভৰাজ ভীমৰ কন্যা। ব্ৰহ্মৰ্ষি দমনৰ বৰত জন্ম হেতু এওঁৰ নাম দময়ন্তী। তেওঁ নিষধৰাজ নলৰ লগত বিয়া হয়। এঁ সতী নাৰী আছিল।

দম্ভ - অহঙ্কাৰ।

দশন - দাঁত।

দশৰথ - (১) ইক্ষ্বাকু বা সগৰ বংশৰ বালিকৰ পুত্ৰ। (২) অজৰ পুত্ৰ দশৰত আৰু এওঁৰ পুত্ৰ ৰামচন্দ্ৰ।

দশানন - দশ আনন (মুণ্ড)। ৰাৱণ।

দৰ্শাণ - বিন্ধাচলৰ দ:পূৰ্বে অৱস্থিত এখন ৰাজ্য।

দামোদৰ - শ্ৰীকৃষ্ণৰ এটা নাম। যশোদাই পঘাৰে কৃষ্ণক পেটত বন্ধাৰ বাবে

তেওঁৰ উদৰতচিহ্ন হৈছিল। দাম মানে- পঘা, উদৰ-পেট, গতিকে দামোদৰ নাম।

দামোদৰ দেৱ - এজন বৈষ্ণৱ সন্তপুৰুষ।

দামোদৰ বিপ্ৰ - কৃষ্ণৰ সহপাঠী আৰু বন্ধু ব্ৰাহ্মণ।

দাশৰথি - দশৰথৰ পুত্ৰৰ বাবে (দশৰথ + বিষ্ণ) দাশৰথি অৰ্থাৎ ৰাম হৈছে।

দ্রাক্ষায়নী - স্বায়ম্ভুব মনুৰ কন্যা আৰু দক্ষৰ পত্নী।

দাৰা - ভাৰ্য্যা, কাম, দাৰাৰাজ্য।

দাৰুক - কৃষ্ণৰ ৰথৰ সাৰথি।

দাড়িম্ব - ডালিম ফল।

দাৰ্শাই - দ্বাৰকাৰ নিকতবৰ্ত্তী ৰাজ্য।

দিকপাল - দহ দিকত অধিষ্ঠীত দহজন দেৱতা।

দিকহস্তী - দহদিশত থকা দেৱতাৰ প্ৰতিজনৰ লগত থকা একোটা একোটা হস্তী। পূবত-ঐৰাবত, অগ্নিকোণত পুণ্ডৰীক, দক্ষিণত বামুন, নৈঋত কোণত কুমুদ, পশ্চিমত অঞ্জন, বায়ুকোণত পুষ্পদন্ত, উত্তৰত সাৰ্ব্বভৌম, ঈশানকোণত সুপ্ৰতীপহস্তী।

দিগম্বৰ - দিকেই যাৰ কাপোৰ বা বস্ত্ৰ, বিবস্ত্ৰ, মহাদেৱ।

দিব্যজ্ঞান - উৎকৃষ্টবোধ, স্বৰ্গীয়জ্ঞান। দিব্যচক্ষু, দিব্যদৃষ্টি ইয়াৰ সমাৰ্থক।

দিব্যবান - দেৱতাৰ প্ৰদত্ত শৰ।

দিব্যৌষধি - স্বৰ্গীয় ভেষজ।

দিতি - প্ৰজাপতি দক্ষৰ কন্যা, কশ্যপৰ পত্নী। দিতিৰ গৰ্ভত জন্মা পুত্ৰগণ দৈত্য।

দিনান্ত - দিনৰ অন্ত অৰ্থাৎ গধূলি।

দিলীপ - সগৰ বংশীয় নৃপতি। ৰাম চন্দ্ৰৰ পূৰ্ব্বপুৰুষ।

দীৰ্ঘবাহু - মাৰ বাহু দীঘল।

দীয়তাং ভূজ্যতাং - দান ও ভোজন।

দীৰ্ঘসত্ৰ - সুদীৰ্ঘকাল ব্যাপি যজ্ঞ।

দুইফল - সুখ-দুখ, সংসাৰ বৃক্ষৰ দুইফল।

দুৰ্গা - পৰমা শক্তিৰ অধিকাৰী দেৱী, মহামায়া। দুৰ্গম অসুৰক বধ কৰাৰ বাবে তেওঁৰ নাম দুৰ্গা।

দুৰ্য্যোধন - ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ শত পুত্ৰৰ ভিতৰত জ্যেষ্ঠ আৰু জ্যেষ্ঠজন। তেওঁ অত্যন্ত অহঙ্কাৰী, অভিমানী, প্ৰতিশোধ পৰায়ণ, লোভী আৰু গদাযুদ্ধত পাৰ্গত। ভীমৰ হাতত মৃত্যু হয়।

দুৰ্ব্বাসা - অত্ৰি আৰু অনসূয়াৰ পুত্ৰ। তেওঁ শক্তিশালী, ক্ৰোধী আছিল। মহাৰাজ অম্বৰীষৰ ওচৰত দোষকৰি শেষত গৰ্ব্ব খৰ্ব্ব হয়। দুৰ্ব্বাসাৰশাপত যদুবংশ ধ্বংস হয়।

দু:শাসন - ধৃতৰাষ্ট্ৰৰ ৩পুত্ৰ। ২য় পুত্ৰ যুযুৎসু। দুবৰ্ত্ত আৰু খল স্বভাৱৰ। ৰাজসভাত দ্ৰৌপদীৰ কেশাকৰ্ষণ আৰু বস্ত্ৰহৰণ কৰিছিল। ভীমৰ হাতত মৃত্যু বৰণ কৰে; ভীমে তেওঁৰ ৰক্তপান কৰে।

দুন্দুভি - বৃহৎ আকাৰৰ ঢাল।

দুশিৰা - দুটা শিৰ থকা।

দুস্ত্যজ - যাক ত্যাগ কৰিব নোৱাৰি।

দুৰাধৰ্ষ - দুধৰ্ষণীয়।

দুৰ্গাসুৰ - দুৰ্গা নামৰ অসুৰ। ত্ৰিভুবন বিজয়ী দুৰ্গ অসুৰক দুৰ্গা দেৱীয়ে বধ কৰে। ই মহিষ ৰূপ ধাৰণ কৰিছিল।

দুৰ্ম্মদ - দুধৰ্ষ, উন্মত্ত, ধৃতৰাষ্ট্ৰৰ এজন পুতেকৰ নাম।

দুৰ্ম্মুখ - ৰজক বা ধোবা। কৃষ্ণই এই ধোবাক নিহত কৰে।

দুষ্মন্ত-শকুন্তলা - পুৰুবংশৰ বিখ্যাত ৰজা। মেনকা আৰু বিশ্বামিত্ৰৰ কন্যা শকুন্তলা। মহৰ্ষি কণ্বৰ আশ্ৰমত লালিত পালিত শকুন্তলাক দুষ্মন্তই গন্ধৰ্ব প্ৰথা মতে বিয়া কৰাইছিল। তেওঁলোকৰ পুত্ৰনাম ভৰত আৰু ভৰতৰ নামানুসাৰে ভাৰতবৰ্ষ হয়।

দৃষ্ট - যাক দেখা যায়। অৱলোকিত।

দুষ্যযান - দোষমুক্ত যান।

দেৱঋষি - দেৱতা আৰু ঋষি, দেৱৰ্ষি, নাৰদ দেৱৰ্ষি।

দেৱধানী নগৰ - (১) ইন্দ্ৰৰ নগৰ, (২) এখন নগৰৰ নাম। তাত্বিক অৰ্থত মানৱ হৃদয়ক দেৱধানী নগৰ বোলা হয়। আত্মাৰূপী ব্ৰহ্মাই হৃদয়ত অধিষ্ঠান কৰি আছে।

দেৱৰ্ষি - নাৰদ, ব্ৰহ্মাৰ মানস পুত্ৰ।

দেৱল - ধৌমাৰ ককায়েক। মহৰ্ষি অসিতৰ পুত্ৰ।

দেৱহুতি - স্বায়ম্ভুৱ মনুৰ কন্যা আৰু প্ৰজাপতি কৰ্দ্দমৰ ভাৰ্য্যা। এওঁ কপিল মুনিৰ মাতৃ।

দৈৱকী - কংসৰ পিতৃ উগ্ৰসেন, উগ্ৰসেনৰ ভ্ৰাতা দেৱক। দেৱকৰ কনিষ্ঠা কন্যা দৈৱকী আছিল। বসুদেৱ-দৈৱকীৰ পুত্ৰ ভগবান কৃষ্ণ।

দেৱবালা - কিন্নৰীগণ, গন্ধৰ্ব্ব কন্যাগণ।

দেৱব্ৰত - ভীষ্ম।

দ্বাদশ আদিত্য - বিৱস্বান, অৰ্য্যমা, পুষা, ত্বষ্টা, ভগ, ধাতা, বিধাতা, বৰুণ, মিত্ৰ, শক্ৰ, উৰুক্ৰম।

দ্বাদশ ৰাশি - মেষ, বৃষ, মিথুন, কৰ্কট, সিংহ, কন্যা, তুলা, বৃশ্চিক, ধনু, মকৰ কুম্ভ, মীন।

দ্বাৰকা - শ্ৰীকৃষ্ণৰ নগৰ। বিশ্বকৰ্মাই কৃষ্ণৰ আদেশত নিৰ্ম্মাণ কৰে। যদুবংশ ধ্বংস হোৱাৰ পাচত যাদৱ স্ত্ৰীসকলক অৰ্জ্জুনে হস্তিনাপুৰলৈ অনাৰ পাচতে এই নগৰ সাগৰত প্লাবিত হয়।

দ্বাপৰ - ভাদ্ৰমাহৰ কৃষ্ণা ত্ৰয়োদশীত বৃহস্পতিবাৰে এই যুগ আৰম্ভ হয়। এই যুগৰ পৰিমাণ - ৮,৬৪,০০০ বছৰ।

দ্বিজ - দুইবাৰ জন্ম লোৱা। ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য প্ৰথম মাতৃ গৰ্ভৰ পৰা নিষ্ক্ৰমন জন্ম আৰু সংস্কাৰৰ জৰিয়তে ২য় বাৰ জন্ম।

দ্বিবিদ - ত্ৰেতাযুগতে জন্মলোৱা এটি বান্দৰ আৰু সুগ্ৰীৱৰ মন্ত্ৰী আছিল। দ্বাপৰত কৃষ্ণ বিদ্বেষী হোৱাত বলৰামে বধ কৰে।

দ্বিশফ - শফ মানে খুৰা। খুৰা ফটা জন্তু গৰু-মহ আদি।

দ্বীপ - চাৰিওফালে পানীৰে আগুৰা বিস্তৃৰ্ণ ভু-ভাগ।

দ্ৰাবিৰ দেশ - দাক্ষিণাত্যৰ দেশ।

দ্ৰুপদ - পাঞ্চাল দেশৰ নৃপতি। দ্ৰোণৰ সহপাঠী আছিল আৰু বন্ধু আছিল। দ্ৰুপদ ৰজা হলে দ্ৰোণকো ৰজা পাতিম বুলি কৈছিল আৰু দ্ৰুপদ ৰজা হোৱাত দ্ৰোণই প্ৰতিজ্ঞা মনত পেলাই দিয়াতো ৰাজ্য নিদিয়াত দ্ৰোণই অৰ্জ্জুনৰ হতুৱাই দ্ৰুপদক বন্ধাই অনালে আৰু দ্ৰুপদে এক খণ্ড ৰাজ্য দিলে। দোণক প্ৰতিশোধ লবৰ বাবে দ্ৰুপদে যজ্ঞ পাতিলে আৰু যজ্ঞৰ আগ্নিৰ পৰা ধৃষ্টদ্যুম্ন আৰু দ্ৰোপদীৰ জন্ম হয়। ধৃষ্টদ্যুম্নই দ্ৰোণক বধ কৰে। দ্ৰুপদৰ নপুংশক সন্তান শিখণ্ডীয়ে ভীষ্ম বধৰ কাৰণ হয়।

দ্ৰোণ - ভৰদ্বাজৰ পুত্ৰ। যজ্ঞৰ পাত্ৰ দ্ৰোণৰ পৰা জন্ম হোৱাৰ বাবে এওঁক দ্ৰোণ বোলে। পত্নী কৃপী, পুত্ৰ অশ্বথামা।

দ্ৰোণবসু - পূৰ্ব্বজন্মত নন্দ দ্ৰোণবসু আছিল। দ্ৰোণবসুৰ পত্নী ধাৰা আৰু এই ধাৰাই যশোদা নাম লৈ জন্মে।

দ্ৰোণি - অশ্বথামা।

দ্ৰোণী - দ্ৰোণৰ পত্নী কৃপী।

দ্ৰৌপদী - পাঞ্চাল ৰজা দ্ৰুপদৰ যজ্ঞবেদীৰ পৰা জন্ম। এওঁ আজন্ম যুৱতী, শ্যামবৰ্ণা, পদ্ম পলাশলোচনী, নীল আৰু কুঞ্চিত কেশ কলাপভূষিতা। অৰ্জ্জুনে লক্ষ্য ভেদ কৰি লাভ কৰে আৰু কুন্তীৰ আদেশত পঞ্চ-পাণ্ডৱে পত্নী হিচাবে গ্ৰহণ কৰে।

দ্বৈপায়ণ - ব্যাস। এখন হ্ৰদ। দুৰ্য্যোধনে এই হ্ৰদত লুকাই আছিল।

## ।।'ধ'।।

ধড়া - কঁকালৰ বসন, কৌপীন।

ধনঞ্জয় - ৩য় পাণ্ডব অৰ্জ্জুন। অগ্নি, শৰীৰস্থ বায়ু।

ধনু - মৰুভূমি। বান, ক্ষেপনাস্ত্ৰ।

ধনুৰ্ব্বেদ - শাস্ত্ৰ গ্ৰন্থ। মহৰ্ষি বিশ্বামিত্ৰ এই গ্ৰন্থৰ প্ৰণেতা।

ধনুৰ্মেধ - ধনুৰ্যজ্ঞ।

ধন্বন্তৰী - দেৱবিদ্যা। ভগৱানৰ ষোড়শ অৱতাৰ। চাক্ষুষ মনুৰ অৱতাৰ

কালত সমুদ্ৰ মন্থনত উত্থিত হয়।

ধৰণেশ্বৰ - ধৰণীপতি। ৰাজা।

ধৰ্ম্ম - ব্ৰহ্মাৰ দক্ষিণ হাতৰ পৰা জন্মে। সত্যযুগত ৪পদ, ত্ৰেতাত ৩পদ, দ্বাপৰত ২পদ, কলিত ১পদ লৈ প্ৰজা পালন কৰে। এওঁৰ পত্নী অহিংসা, পুত্ৰ চাৰিসিদ্ধ বুলিও কয়।

ধৰ্ম্মৰায় - যুধিষ্ঠিৰ, যম।

ধৰ্ম্মহংস - ধৰ্ম্ম মানে পূণ্যদায়ক, হংস অৰ্থে পৰম ব্ৰহ্ম। দুয়োপদে বিষ্ণুক বুজায়।

ধাৰা - পূৰ্ব্বজন্মত যশোদাৰ নাম।

ধাৰিবাটি - শাৰী-শাৰী কৈ যাত্ৰা কৰা।

ধাত্ৰী - ধাৰণ কৃৰ্ত্ৰী, ভগৱতী, উপমাতা, ধাইমা।

ধুন্ধহা - মধু কৈটভৰ পুত্ৰ ধুন্ধু। উতঙ্ক মুনিৰ অনুৰোধত কুবলাশ্বৰ দ্বাৰা মৃত্যু হয় আৰু কুবলাশ্বই ধুন্ধুমাৰ নাম লয়।

ধুন্ধুমাৰ - কুবলাশ্ব।

ধুৰ্মাজয় - তুমুল, ধুৰ্মাজাৰণ।

ধৃষ্ট - নিলৰ্জ্জ। উন্মত্ত।

ধৃতৰাষ্ট্ৰ - ধৃত মানে গৃহীত হয়। ৰাষ্ট্ৰ মানে ৰাজ্য। বেদব্যাসৰ ঔৰসত অম্বিকাৰ গৰ্ভত জন্মলাভ আৰু জন্মান্ধ।

ধেনুকাসুৰ - তালবনৰ ৰক্ষক কংসৰ অনুচৰ। গদৰ্ভৰ আকাৰ ধাৰণ কৰি বলৰামক আক্ৰমণ কৰাত মৃত্যু হয়।

ধেনুশালা - ধনু ৰখা ঘৰ।

ধৌম্য - পাণ্ডৱ সকলৰ পুৰুহিত। ঋষি অসিতৰ পুত্ৰ।

ধ্ৰুৱ - উত্তাণ পাদ ৰজাৰ পুত্ৰ, মাক সুনীতি। অষ্টবসুৰ এজন 'ধ্ৰুৱ'।

## ।। 'ন' ।।

নকুলেশ বিমোহিনী - শিৱ, ন-নাই, কুল-নকুল অৰ্থাৎ শিৱ। শিৱক যি বিমোহিত কৰিব পাৰে দুৰ্গা বা পাৰ্ব্বতী।

নক্ৰ - ন-ক্ৰম-অৰ্থাৎ যি গমন নকৰি এটাইত পৰি থাকে।

নক্ষত-পাঠক - জ্যোতিষী, গ্ৰহাচাৰ্য্য।

নগৰাণী - 'নগ' মানে পৰ্ব্বত বা হিমালয়। হিমালয়ৰ কন্যা মেনকা।

নগেন্দ্ৰ - পৰ্ব্বতৰ মাজত শ্ৰেষ্ঠ হিমালয়। হিমালয়ৰ কন্যা পাৰ্ব্বতীক নগেন্দ্ৰ নন্দিনী বোলে।

নগ্নজিতী - কোশলৰাজ নগ্নজিতৰ কন্যা। কৃষ্ণৰ পত্নী।

নন্দ - গোকুলৰ অধিপতি কৃষ্ণৰ পিতৃ। পূৰ্ব্ব জন্মত দ্ৰোণ নামৰ বসু।

নন্দী - শিৱৰ অনুচৰ। কৈলাশৰ দ্বাৰপাল।

নট - যি নৃত্য কৰে। অভিনেতা।

নন্দা - দুৰ্গা।

নন্দীশ্বৰ - শিৱ।

নভগ - বৈবস্বত মনুৰ দহজন পুত্ৰৰ ভিতৰত অন্যতম।

নমুচি - বামন পুৰাণৰ মতে শুম্ভৰ পুত্ৰ। ইন্দ্ৰই সাগৰৰ ফেনৰ ৰূপলৈ নমুচিক বধ কৰে।

নৰ - মানৱ। মনুষ্য।

নৰক - (নৰ + ক) বৰাহৰূপী বিষ্ণুৰ ঔৰসত পৃথিৱীৰ গৰ্ভত জন্ম হয়। প্ৰাগজ্যোতিষপুৰৰ ৰজা। কৃষ্ণই বধ কৰে।

নৰ নাৰায়ণ - নৰ-অৰ্জ্জুন, নাৰায়ণ-কৃষ্ণ। কৃষ্ণাৰ্জ্জুন।

নফৰ - (আৰবী শব্দ) ভৃত্য 'ছাকৰ'।

নবদ্বাৰ - শৰীৰৰ ন খন দ্বাৰ। দুই কাণ, দুই চক্ষু, দুই নাক ৰন্ধ্ৰ, মুখ, পায়ু (মলদ্বাৰ), উপস্থ (লিঙ্গ বা যোনি)।

নৱনী - নৱনীত, ননী বা মাখন।

নবীন-নীৰদ-কায় - নতুন মেঘ বৰ্ণদেহ। কৃষ্ণ, শ্যাম বৰণৰ।

নব্যা-ভব্যা - নবীন বয়স্কা আৰু ভদ্ৰব্যৱহাৰ শালিনী।

নন্দ ব্ৰজ কুমাৰিকা - অবিবাহিতা কন্যা।

নৰসিংহ - ভগৱন্ত বিষ্ণুৰ অৱতাৰ। হিৰণ্যকশিপুক বধ কৰে।

নল (১) নিষধ ৰাজ, দময়ন্তীৰ স্বামী। কলিৰ নিগ্ৰহত নল-দময়ন্তীয়ে অশেষ কষ্ট ভোগ কৰি হৰিভক্তিৰ বলত জয়ী হয়। (২) ৰামৰ লগত লঙ্কালৈ যোৱা এটা বান্দৰ।

নৱগ্ৰহ - ৰবি, চন্দ্ৰ, বুধ, বৃহস্পতি, শুক্ৰ, শনি, ৰাহু, কেতু আৰু মঙ্গল।

নবনিধি - কুবেৰৰ ধনৰ ভঁৰাল মহাপদ্ম, পদ্ম, শঙ্খ,মকৰ, কচ্ছপ, মুকুন্দ, কুন্দ,নীল আৰু খৰ্ব্ব।

নব প্ৰশ্ন - ভাগৱত ধৰ্ম্ম, ভক্ত, মায়া, মায়াতৰণৰ উপায়, ব্ৰহ্ম, কৰ্ম্মযুগ, অৱতাৰ, যুগনিৰ্ণয় আৰু অভক্তৰ গতি আদিৰ বিষয়ে নিমিয়ে নবসিদ্ধৰ ওচৰত কৰা প্ৰশ্ন।

নববিধা ভকতি - শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, পাদ সেৱন, অৰ্চন, বন্দন, সখ্য, আত্মনিবেদন।

নবসিদ্ধ - কবি, হবি, অন্তৰীক্ষ, প্ৰবুদ্ধ, পিপ্পলায়ন, অবিহোত্ৰ, দ্ৰমিল, চমস, কৰভাজন।

নহুষ - পুৰুৰবাৰ ঔৰসত উৰ্ব্বশীৰ গৰ্ভত আয়ুৰ জন্ম হয় আৰু আয়ুৰ পুত্ৰ নহুষ। নহুষৰ পুত্ৰ যযাতি। ব্ৰহ্মবধ পাপৰ বাবে ইন্দ্ৰই আত্ম গোপন কৰি থকা সময়ত স্বৰ্গত নহুষক ৰজা পাতে আৰু শশীৰ প্ৰতি আকৰ্ষিত হৈ বিয়া কৰিবলৈ লোবাত দেৱগুৰু বৃহস্পতিৰ কৌশলত অগস্ত্যক পদাঘাত কৰি অভিশপ্ত হৈ অজগৰ হয় আৰু যুধিষ্ঠিৰৰ দ্বাৰা শাপমুক্ত হয়।

নৰ্ম্মদা - হিন্দুৰ পবিত্ৰ সপ্ত নদীৰ ভিতৰত অন্যতম।

নক্ষত্ৰ - তাৰকা, তৰা।

নাগ - হাতী, সাপ।

নাগ-পাশ-বান - সৰ্পৰূপী পাশ। ৰচিৰ দৰে পকোৱা অস্ত্ৰ। নাগ পাশৰ প্ৰতি ৰোধক বান গৰুড়-বান।

নাগৰী - ৰসিকা নাৰী। মথুৰাৰ মহিলাগন।

নাগলোক - পাতাল, বিতল ও সুতল + এই তিনিলোক লৈ নাগৰাজ্য।

নাগ্নজিতী - 'নগ্নজিতী' দ্ৰষ্টব্য।

নাড়ী - তিনিনাড়ী ঈৰা, পিঙ্গলা, সুষুম্না।

নাম - পদাৰ্থ বা জীৱ মাত্ৰেই একোটা নামেৰে মতা হয়।

নামৰূপ - নামীৰ একোটি ৰূপ আছে ; ৰূপটোও অসত্য। সত্য হৈছে ৰূপৰ অন্তৰালত থকা জীৱ বা আত্মাহে।

নামৰ সাত কাৰ্য্য - (১) পাপ নষ্ট কৰে, (২) পুণ্য অৰ্জন কৰে, (৩) *বিষয়ও বিৰক্তি আনে, (৪) কৃষ্ণত প্ৰেমভক্তি জন্মায়, (৫) পৰম জ্ঞান লাভ*

কৰোৱায়, (৬) মায়া অবিদ্যা নাশ কৰে, (৭) লীন মুক্তি দিয়ে।

নাৰদ - ব্ৰহ্মাৰ মানস পুত্ৰ, দেৱৰ্ষি, ত্ৰিকালজ্ঞ, ত্ৰিকাল দৰ্শী, বেদব্ৰত, তপস্বী, 'নাৰ' মানে জল + তৰ্পণৰ বাবে তেওঁ সদায়েই জলদান কৰে বাবে তেওঁক নাৰদ বোলে।

নাৰায়ণ - 'নাৰ' পানী, অয়ণ-শয়ন কৰা; নিজৰ দেহৰ পৰা ওলোৱা পানী বা জলত তেওঁ শয়ন কৰে। ব্ৰহ্মাণ্ড পুৰাণত কৈছে — "আপোনাৰৰৈ ওণৰই ত্যপাং শুশ্ৰম। অপসুশেতে যওস্মাত্তেন নাৰায়ণ স্মৃত।"

নাভ - ভগীৰথৰ পুত্ৰ শ্ৰুত আৰু শ্ৰুতৰ পুত্ৰ নাভ।

নাভি - অগ্নীধৰ পুত্ৰ। তেওঁৰ পত্নী মেৰুদেৱী। এওঁৰ পুত্ৰ ঋষভদেৱ।

নান্দীমুখ - অন্ন প্ৰাশন। গৰ্ভৱতী নাৰীৰ ৪ৰ্থ, ৬ষ্ঠ, ৮ম মাহত কৰা সংস্কাৰ।

নাৰাচ - লোই নিৰ্ম্মিত তীক্ষ্ম শলাকা।

নাৰায়ণ কবচ - বিশ্বৰূপ-বৰ্ণিত নাৰায়ণ কবচটিৰ মাজত - 'ওঁ নমো নাৰায়াণায়' অষ্টাক্ষৰৰ দ্বাৰা অঙ্গন্যাস, 'ওঁ নমো ভগৱতে বাসুদেৱায়' দ্বাদশাক্ষৰৰ দ্বাৰা কৰন্যাস উল্লেখ আছে।

নাৰায়ণ মায়া - বিষ্ণুমায়া বা বৈষ্ণৱী মায়া।

নাৰায়ণী - নাৰায়ণৰ শক্তি ; লক্ষ্মী, দুৰ্গা, গঙ্গা। নাৰায়ণীসেনা, সংশপ্তক।

নিকষ প্ৰস্তৰ - 'নিকষ' মানে কষ্টিপথাৰ। ইয়াত কৰ্ষণ কৰি সোণ পৰীক্ষা কৰা হয়।

নিগড় - শিকলী।

নিগম - বেদ তন্ত্ৰাদি শাস্ত্ৰ।

নিদাঘ - গ্ৰীষ্মকাল।

নিধি - গচ্ছিত ধন, কুবেৰৰ নৱিধ সম্পত্তি।

নিবসেন - নিবাত মানে দৃঢ়। কবচ মানে বৰ্ম্ম। হিৰণ্যকশিপুৰ নাতি মহা বলী ৩ কোটি অসুৰ। অৰ্জ্জুনে বধ কৰে।

নিবৃত্তি-প্ৰবৃত্তি - নিবৃত্তি মানে বিৰত থকা, প্ৰবৃত্তি মানে প্ৰবৃত থকা।

নিবেৰন - নিবেদন।

নিমি - মহাৰাজ ইক্ষাকুৰ পুত্ৰ। ধৰ্ম্ম পৰায়ণ ৰজা আৰু যজ্ঞ কৰাত ব্যস্ত।

নিৰুপাধি - সত্ত্ব-ৰজ-তম গুণ ৰহিত, পৰমেশ্বৰ।

নিৰূপমা - অনিন্দ্য সুন্দৰী নাৰী।

নিঋতি - নিৰ মানে নিৰ্গত, ঋতি মানে সৌভাগ্য। মিছা বা পাপৰ আশ্ৰয় সৌভাগ্যৰ বিপৰীত।

নিৰ্দ্ধাৰ্য্য - নিৰ্ণয় কৰা, নিৰূপণ কৰা।

নিৰ্ব্বিন্ধ্যা - বিন্ধ্যা পৰ্ব্বতৰ পৰা ওলোৱা নদী।

নিৰ্ব্বেদ - আত্মগ্লানি, বৈৰাগ্য, বেদবৰ্হিভূত।

নিৰ্ব্বৈৰ - বিদ্বেষ শূন্য।

নিম্মৎসৰ - ঈৰ্ষাশূন্য।

নিষধ - নলৰজাৰ ৰাজধানী।

নিষাদিনী - নিষাদ মানে চণ্ডাল, স্ত্ৰীলিঙ্গত চণ্ডালিনী। কিৰাতিনী। ব্যাধৰ পত্নী।

নিষ্ক - সুৱৰ্ণৰ পৰিমাণ।

নিষ্পন্ন-মাকপ-অন্ন - সিদ্ধকৰা বোবো ধানৰ ভাত।

নিশিত ক্ষুৰত্ৰবান - নিশিত মানে তীক্ষ্ণ বা শাণিত। তীক্ষ্ণশৰ।

নিগুতি - নিঃচিহ্ন। সঁচ নথকা।

নিৰ্গুণ - সত্ত্ব-ৰজ-তম তিনিগুণহীন।

নিৰ্গুণ ব্ৰহ্ম - জন্ম-বিকাশ-মৃত্যু নোহোৱা, অজ, শ্বাশ্বত, নাম-ৰূপ বিহীনও।

নিৰ্গুণ ভক্তি - কামনা-বাসনাশূন্য ভক্তি।

নিম্মোচতী - বৰুণৰ নগৰী।

নিশুম্ভ - শুম্ভ অসুৰৰ ভাতৃ, দেৱীৰ হাতত মৃত্যু।

নিশ্ৰেয়স - মুক্তি, মোক্ষ, আত্যন্তিক ভক্তি।

নিষ্পান - স্থিৰ।

নিশঠ - বলৰামৰ পুত্ৰ।

নিস্ত্ৰিংশ - খড়গ। খাণ্ড।

নীবি - কঁকালৰ গ্ৰন্থি।

নীৰদ - মেঘ, দন্তহীন (ৰদ-দাঁত)

নীল-লোহিত - শিৱৰ পৰিচয় জ্ঞাপক নাম।

নীলকণ্ঠ - সমুদ্ৰ মন্থনত ওলোৱা হলাহল শিৱই পান কৰাত তেওঁৰ কণ্ঠ নীল বৰ্ণৰ হোৱা বাবে শিৱৰ নাম নীলকণ্ঠ।

নৃগৰাজ - বৈবস্বত মনুৰ পুত্ৰ।

নৃদেহ - নৰদেহ।

নেট খোণ্টাজালি - নেট- পাটৰকাপোৰ, ঘুৰিব দৰে পিন্ধা কাপোৰ।

নেহাৰি - দৃষ্টিপাত কৰি।

নৈমিষ - বিষ্ণুৰ পূণ্যস্থান (অৰণ্য)। ২৮,০০০ ঋষিয়ে সুতৰ পৰা ভাগৱত শুনিছিল। এই স্থান অসুৰ বিহীন হোৱাৰ বাবে তপস্যাৰ বাবে উপযুক্ত।

নৈকেয় - দৈত্য, দানব।

নৈকেষী - নিকষা, সুমালী ৰাক্ষসৰ কন্যা। এওঁৰ পুত্ৰ ৰাৱণ, কুম্ভকৰ্ণ, বিভীষণ। এওঁক কৈকেষীও বোলে।

নৈৰ্ঋত - পশ্চিম-দক্ষিণ দিশৰ অধিপতি বা দিকপাল।

নৈষধ - নিষাধ ৰাজ্য। নিষধ ৰাজ্যৰ ৰজা নল।

নৈষধ পৰ্ব্বত - হিন্দুকুশ পৰ্ব্বত।

নৈসৰ্গিক - প্ৰাকৃতিক।

নোঙায় - মূৰ দোঁৱাই প্ৰনাম কৰা।

ন্যকৃত - তিৰস্কৃত।

ন্যগ্ৰেধি - বটবৃক্ষ, শমীবৃক্ষ।

ন্যাসাদি - যোগীয়ে সাধন কালত নিশ্বাস পূৰণ। স্থিৰীকৰণ ও মন্ত্ৰপ্ৰয়োগ।

পঞ্চ উপনিষদ - উপনিষদৰ সংখ্যা অধিক যদিও সুখ্য পাঁচখন হৈছে (১) মুখ্য ঐতৰেয়, (২) কোশীতকী, (৩) ছান্দোগ্য, (৪) কেন, (৫) তৈত্তিৰীয়।

পংক্তি - ছন্দ প্ৰকৰণত পঞ্চাক্ষৰ আৰু দশাক্ষৰ ছন্দকে পংক্তি বোলে।

পঞ্চগব্য - দধি, দুগ্ধ, ঘৃত, গোবৰ, গোমুত্ৰক পঞ্চগব্য বোলে।

পঞ্চতন্মাত্ৰ - ৰূপ-ৰস-গন্ধ স্পৰ্শ শব্দক পঞ্চতন্মাত্ৰ বোলে।

পঞ্চতপা - পঞ্চাগ্নিৰ মাজত তপস্যা কৰা।

পঞ্চধ্বৰ - পঞ্চমহা ধ্বৰ।

পঞ্চনখ - পাঁচ নখ থকা জীৱ কাছ, গুঁই আদি।

পঞ্চ প্ৰাণ - প্ৰাণ, অপান, সমান, উদান, ব্যান। হৃদয়ত প্ৰাণ, গুহ্যে অপান, নাভিও সমান, কণ্ঠত উদান আৰু সৰ্ব্বাঙ্গত ব্যান বায়ু থাকে। পানে ৰক্তসঞ্চালন, অপানে প্ৰাণক সহায় কৰে আৰু আহাৰ চালিত কৰে, উদানে শ্বাস কাৰ্য্য, সমানে হজম, ব্যানে সৰ্ব্বশৰীৰক ৰক্ষা কৰে।

পঞ্চবান - পঞ্চশৰ, সম্মোহন, উন্মাদন, শোষণ তাপন, তম্ভন।

পঞ্চভূত - ক্ষিতি (মাটি), অপ (পানী), তেজঃ(অগ্নি), মৰুৎ (বায়ু), ব্যোম (আকাশ)।

পঞ্চমসুৰ - পঞ্চমস্বৰ বা পঞ্চমৰাগ। সুৰ ৭টি ষড়জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত, নিষাদ। ইয়াত ভিতৰত পঞ্চম সুন্দৰ যেনে- কুলিৰমা।

পঞ্চযজ্ঞ - ব্ৰহ্মাযজ্ঞ, নৃযজ্ঞ, দৈবযজ্ঞ, পিতৃযজ্ঞ, ভূতযজ্ঞ। বেদাধ্যয়নত ব্ৰহ্মাযজ্ঞ, অতিথি সেৱাত নৃযজ্ঞ, হোমকাৰ্য্যত দৈবযজ্ঞ, তৰ্পন কাৰ্য্যত পিতৃযজ্ঞ, বলিত ভূতযজ্ঞ।

পঞ্চসূনা - পাচঁবিধ হিংসা - কুণ্ডনী, পেষনী, চুল্লী, কলসী, মাৰ্জ্জনী।

পঞ্চশক্তি - সুদৰ্শন চক্ৰ, শিৱৰ ত্ৰিশূল, কুবেৰৰ পুষ্পকৰথ, কাৰ্তিবাৰ শক্তি নামৰ অস্ত্ৰ, এইবোৰ নাৰায়ণৰ ইচ্ছাত বিশ্বকৰ্মাই সূৰ্য্যৰ অংশলৈ নিৰ্মাণ কৰে।

পঞ্চশিখ - বিখ্যাত দাৰ্শনিক মুনি।

পঞ্চানন - পাচঁখন মুখ শিৱ। সিংহ।

পঞ্চাপ্সৰ - এখন সৰোবৰ।

পঞ্জাল - ভৰিৰ শব্দ শুনিয়েই কোন আহিছে তাক চিনিপোৱা।

পটোৱাৰ - থিয়হৈ থকা মানুহ।

পবন - বায়ু।

পয়ো - পানী, গাখীৰ।

পয়োনিধি - সাগৰ।

পয়োব্ৰত - কেৱল জল পানকৰি জীয়াই থকা ব্ৰত।

পৰম - উৎকৃষ্ট। শ্ৰেষ্ঠ।

পৰম ব্ৰহ্ম - অনাদি অনন্ত, পৰব্ৰহ্ম।

পৰমাত্মা - পৰম ব্ৰহ্ম (Ultimade being)

পৰম্পৰা - অবিচ্ছিন্নভাবে চলি অহা (Tradition)

পট্ট শাটী - ৰেচমী শাৰী।

পথাৰ বোধন - পথ অবৰোধ কৰা।

পদাৰবিন্দ - পদৰূপ অৰবিন্দ (পদুম), পাদপদ্ম।

পদ্মকোষ - পদুমৰ মুকুল।

পদ্ম নাভ - বিষ্ণু, কৃষ্ণ।

পদ্ম পলাশ - নয়ন-পদ্মপলাশ লোচন ; বিষ্ণু, কৃষ্ণ।

পদ্মবিম্ব ওষ্ঠাধৰ - পদুমৰ পাপৰিৰ দৰে ৰঙা ঠোঁট,

পদ্ম যোনি - ব্ৰহ্মা। বিষ্ণুৰ পদ্ম-নাভিয়েই যাৰ জন্ম যোনি

পদ্মৰাগ - এবিধ ৰঙামনি।

পন্নগ - সৰ্প, যি ভৰিৰে খোজ নাকাঢ়ে।

পবন - বায়ু।

পবন নন্দন - ভীম আৰু হনুমান।

পযান - গমন কৰা।

পযোধৰ - স্তন যুগল।

পৰক - পৰীক্ষা কৰা।

পৰকুচ্ছ - পৰৰ নিন্দা।

পৰপুষ্ট - অইনৰ দ্বাৰা পালিত। যেনে- কাউৰী বাহত কাউৰীৰ দ্বাৰা কুলীৰ পোৱালি পালিত হয়।

পৰবসু - 'বিশ্বাবসু' দ্ৰষ্টব্যত চাওক। বিশ্বাবসুৰেই পৰবসু।

পৰব্ৰহ্ম - পৰম ব্ৰহ্ম, পৰমেশ্বৰ।

পৰমহংস - মহাযোগী, সন্ন্যাসী।

পৰশু - কুঠাৰ।

পৰশুৰাম - জমদগ্নিৰ পুত্ৰ, এওঁ। ২১ বাৰ ভূমি প্ৰদক্ষিণ কৰি ক্ষত্ৰিয় নিধন কৰিছিল।

পৰাত্মা - পৰ-শ্ৰেষ্ঠ। শ্ৰেষ্ঠ আত্মা। পৰমাত্মা

পৰাৎপৰ - মহতত কৈয়ো মহৎ। ঈশ্বৰ।

পৰানন্দ - পৰমানন্দ।

পৰাশৰ - ব্যাসৰ পিতৃ। মৎস্য গন্ধাক বিয়া কৰায় আৰু তেওঁৰ পুত্ৰ কৃষ্ণদ্বৈপায়ন বেদব্যাস।

পৰিঘ - গদা-অগ্ৰভাগ লৌহ নিৰ্মিত।

পৰিবেত্তা - জেষ্ঠ ভাতৃ অবিবাহিত হৈ থকা অৱস্থাত কণিষ্ঠভাতৃয়ে বিবাহ কৰিলে পৰিবেত্তা কোৱা হয়।

পৰিবেশনিক - খাদ্য পৰিবেশন সম্পৰ্কীয়।

পৰীক্ষিৎ - অভিমন্যু আৰু উত্তৰাৰ পুত্ৰ। মাতৃগৰ্ভত থাকোতেই অশ্বত্থামাই

ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ কৰি বধ কৰিবলৈ ধৰাত কৃষ্ণই গৰ্ভতে ৰক্ষা কৰাৰ বাবে নাম পৰীক্ষিৎ বা বিষ্ণুৰাৎ নাম হয়। ঋষি অভিশাপত ৭ দিনৰ পাচত সৰ্পই দংশন কৰিব বুলি জানি মহাভাগৱত শাস্ত্ৰ শুকৰ মুখে শ্ৰৱণ কৰে।

পৰীবাদ - অপবাদ, নিন্দা।

পৰ্ব্ব - চতুৰ্দ্দশী, অষ্টমী, পূৰ্ণিমা, অমাবশ্যা - এই চাৰিদিনক পৰ্ব্বদিন বোলে। পৰ্ব্বদিনে স্ত্ৰীসম্ভোগ, তৈলমৰ্দন, মাংস ভোজন নিষিদ্ধ

পৰ্ব্বযাত্ৰা - পৰ্ব্ব অনুসাৰে যাত্ৰা আৰম্ভ কৰা।

পৰ্য্যাঙ্ক - খাট, বিছনা।

পলল - মাংস।

পাত - গছৰ পাত।

পশুপতি - ইন্দ্ৰৰ পৰা কীট-পতঙ্গলৈকে সকলোৱেই পশু (জীৱ) আৰু সকলোৰে অধিকাৰীয়েই পশুপতি। বিষ।

পসাৰি - প্ৰসাৰ।

পাঁচৰস - কটু (জ্বলা), তিক্ত (তিতা), কষায়, অম্ল, মধুৰ।

পাঞ্চাল - এখন দেশ। বৰ্ত্তমানৰ পাঞ্জাব। দ্ৰূপদ পাঞ্চালৰ ৰজা আছিল।

পাঞ্চালী - পাঞ্চাল দেশৰ কন্যাহোৱাৰ বাবে দ্ৰৌপদীক পাঞ্চালী বোলে।

পাণ্ডৱ - পাণ্ডুৰ পুত্ৰসকলক পাণ্ডৱ বোলে।

পাতঞ্জলী মহৰ্ষি পাতঞ্জল প্ৰণাত দৰ্শন। স্ত্ৰীলিঙ্গত পাতঞ্জলী।

পাত্ৰমন্ত্ৰী - ৰাজসভাৰ পাৰিষদ আৰু মন্ত্ৰীসকল।

পাৰমেষ্ঠি - সৰ্ব্বশ্ৰেষ্ঠ, উৎকৃষ্ট।

পাৰ্ব্বতী - পৰ্ব্বতৰ কন্যা (হিমালয়ৰ কন্যা), গতিকে পাৰ্ব্বতী, শিৱ পত্নী।

পিতৃ - বাপেক, জনক।

পিতৃগণ - হিৰণ্যগৰ্ভ মনুৰ পৰা মৰীচি আদি যি সকল পুত্ৰৰ জন্ম হৈছিল তেওঁলোক পুত্ৰ পৰম্পৰাৰ 'পিতৃ গণ'।

পাঁতি - পত্ৰ বা চিঠি। শাৰা।

পাক - পতাপী অসুৰ বিশেষ।

পাকশাট - পক্ষীৰ পাখিৰ জাপ।

পাখানিল - ধোৱা বা পখালা।

পাঞ্চজন্য - হিৰণ্য কশিপুৰ পুত্ৰ পঞ্চজন, সি শঙ্খৰূপ লৈ সমুদ্ৰত বাস

কৰিছিল। কৃষ্ণই গুৰুপুত্ৰৰ বাবে অসুৰক বধ কৰে আৰু তাৰ অ
পৰা শঙ্খটি লাভ কৰে।

পাণ্ড্যদেশ - দক্ষিণ ভাৰতৰ এখন প্ৰাচীন দেশ।

পাটেশ্বৰী - পাটৰাণী।

পাতাল - অধোভূবন। বিতল, অতল, নিতল, সুতল, মহাতল, ৰসাতল, তলাতল।

পাতিত্য - পতিতৰ ভাব, ধৰ্ম্মভ্ৰংশ।

পাথাৰ - সাগৰ।

পাদপ - বৃক্ষ, ছাগ, পাদপীঠ।

পাদোদক - পাদস্পৃষ্ট বা ভৰি ধোৱাজল।

পাৰক্য - পৰলোক সম্বন্ধীয়।

পাৰণ - উপবাসৰ শেষত ভোজন।

পাৰিজাত - সমুদ্ৰমন্থনত উৎপন্ন হোৱা পাৰিজাত ফুল। এই বৃক্ষ ইন্দ্ৰৰ নন্দন নামৰ উদ্যানত ৰোপন কৰিছিল।

পাৰমাৰ্থিক - পৰম-তত্ত্ব সম্বন্ধীয়। মঙ্গলজনক।

পাৰমেষ্ঠী - সৰ্ব্বশ্ৰেষ্ঠ; উৎকৃষ্ট।

পাৰিষদ - সভাসদ।

পাষণ্ড - বেদৰ বিৰোধী আচাৰ, অধাৰ্ম্মিক, নাস্তিক।

পাসৰিলা - পাহৰি যোৱা, ভূলি যোৱা।

পাহি - পাহাৰত থকা।

পিকবৰ - কোকিল।

পিচুমৰ্দ্দ - নিমগছ।

পিণ্ডাৰকতীৰ্থ - দ্বাৰকাৰ ওচৰৰ তীৰ্থ।

পিতৃযজ্ঞ - তৰ্পন, শ্ৰাদ্ধ।

পিতৃস্বসা - পেহীয়েক।

পিনাক - শিৱৰ ধনু। শিৱক পিনাকপানিও বোলা হয়।

পিপ্পল - ব্ৰহ্মাচাৰী ঋষি। অশ্বত্থ বৃক্ষ।

পিপ্পলান্ন - অশ্বত্থবৃক্ষৰ ফল। বন্ধন যুক্ত পখি, অৰ্থাৎ জীৱীয়া।

পিয়াইয়া - পান কৰোৱাই।

পিশাচ - ভূত বা প্ৰেত

পুংশ্চলী - অসতী, ব্যভিচাৰিণী

পুংসবন - গৰ্ভিনী নাৰীৰ ২য় ৩য় মাহত কৰা সংস্কাৰ কৰ্ম্ম।

পুংত্ব-স্ত্ৰীত্ব - পুৰুষত্ব ও স্ত্ৰীৰ ধৰ্ম্ম।

পুক্কশ - চণ্ডাল বা ব্যাধ।

পুক্কসী - চণ্ডাল বা ব্যাধৰ ৰমনী।

পুঞ্জিকাস্থলী - অঞ্জনা, মাৰ্কণ্ডেয় মুনিৰ তপস্যা ভঙ্গৰ বাবে থোৱা অন্যতমা অপ্সৰা।

পুটপানি - পুট মানে পাত্ৰ, পানি মানে হস্ত। কৃতাঞ্জলি পাত্ৰ।

পুৰঞ্জণ - আত্মা, জীৱ।

পুৰন্দৰ - ইন্দ্ৰ, দেবেন্দ্ৰ, বাসব।

পুৰুবংশ - চন্দ্ৰবংশীয় ৰজাসকল যযাতি আৰু শৰ্ম্মিষ্ঠাৰ পুত্ৰ।

পুৰুষ - জগতৰ আদি কাৰণ।

পুৰুষ পুৰাণ - জগতৰ আদিমতম পুৰুষ, ব্ৰহ্মাৰ চিদাভাস।

পুলস্তি-পুলস্ত্য - ব্ৰহ্মাৰ মানস পুত্ৰ। ব্ৰহ্মাৰ কৰ্ণৰ পৰা জন্মে।

পুলহ - ব্ৰহ্মাৰ মানস পুত্ৰ। ব্ৰহ্মাৰ নাভিৰ পৰা জন্মে।

পুলুমা-পুলোমা-পুলোমণ - দানব বিশেষ। কশ্যপ আৰু দনুৰ পুত্ৰ। দনুৰ জীয়েক শশী (ইন্দ্ৰৰ পত্নী)

পুৰীষ - বিষ্ঠা, মল।

পুৰুকুৎস - ৰজা মান্ধাতা আৰু বিন্দমতীৰ তিনিপুত্ৰ পুৰুকুৎস, মুচুকুন্দ আৰু অম্বৰীষ।

পুৰুষ-সূক্ত - ঋকবেদীয় সূক্ত বা স্তোত্ৰ।

পুৰূৰবা - ইলাৰ পুত্ৰ। চন্দ্ৰবংশীয় প্ৰথম নৰপতি। পিতৃ চন্দ্ৰ। এওঁ ১০০ টা যজ্ঞ কৰিছিল। এওঁ উৰ্ব্বশীক এককালীন বিয়া কৰাইছিল।

পুৰোধা - পূজাৰী, পুৰুহিত।

পুলস্ত্য - ব্ৰহ্মাৰ মানস পুত্ৰ আৰু সপ্তৰ্ষিৰ অন্যতম। আন ছজন হৈছে মৰীচি, অত্ৰি, অঙ্গিৰা, ক্ৰুতু আৰু বশিষ্ঠ।

পুষ্পধনু - পুষ্পৰচিত ধনু। কামদেৱে এই ধনুৰে শৰ নিক্ষেপ কৰে।

পুতনা - ৰাক্ষসী। পূৰ্ব্বজন্মত বলিৰ কন্যা ৰত্নমালাই বামনক পুত্ৰৰূপে

পাৰলৈ কামনা কৰাৰ বাবে পাচৰ জীৱনত পুতনা নামলৈ জন্মগ্ৰহণ কৰে আৰু কৃষ্ণক স্তন পান কৰোৱাই মুক্তি (মাতৃগতি) লভে।

পূতিকা - বিষ্ঠা বা মল।

পূৰ্ব্বচিত্তি - প্ৰিয়ব্ৰতৰ পুত্ৰ অগ্নিধ্ৰৰ লগত অপ্সৰা পূৰ্ব্বচিত্তিৰ বিয়া হয় আৰু নাভিকে আদি কৰি নটিপুত্ৰ জন্ম হয়।

পূৰ্ব্বসূত্ৰ - আগেয়ে থকা সম্পৰ্ক।

পিতৃ - বাপ, পিতাক।

পৃথক তণ্ডুল - পৃথক-চিড়া, তণ্ডুল-চাউল। চিড়া-চাউল।

পৃথাপুত্ৰ - কুন্তীৰ পূৰ্ব্ব নাম পৃথা আৰু পৃথাৰ পুত্ৰ কৰ্ণ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন।

পৃথু - বেন ৰজাৰ পুত্ৰ। ১০০ টা যজ্ঞ কৰিছিল। পৃথিৱীক দোহণ কৰে আৰু মৰ্ত্তলোকৰ প্ৰথম ৰজা। এওঁৰ নামৰ পৰাই 'পৃথিৱী নাম হয়।

পৃথুদক তীৰ্থ - সৰস্বতী নদীৰ তীৰৰ এখন তীৰ্থ।

পৃশ্নিগৰ্ভ - সুতপা প্ৰজাপতিৰ পত্নী পৃশ্নিসতী। পৃশ্নিয়ে বহুবছৰ সাধনা কৰি বিষ্ণুকে পুত্ৰৰূপে গৰ্ভধাৰণ কৰাৰ বাবে পৃশ্নিগৰ্ভ কোৱা হয়।

পৈল - ব্যাসৰ শিষ্য। ঋকবেদ সংগ্ৰহ কৰে।

পৌগণ্ড - ৫ ৰ পৰা ১০ বছৰ শিশুক পৌগণ্ড বোলে।

পৌণ্ড্ৰক - পৌণ্ড্ৰক বাসুদেৱ আছিল পৌণ্ড্ৰদেশৰ প্ৰতাপী ৰজা। তেওঁ নিজকে বাসুদেৱ বুলি ঘোষণা কৰিছিল। তেওঁ কৃষ্ণক দ্বাৰকাতও আক্ৰমণ কৰে আৰু কৃষ্ণই বধ কৰে।

প্ৰকৃতি - ঈশ্বৰ সৃষ্টিৰ যাৱতীয় পদাৰ্থৰ নাম। সত্ব-ৰজ-তম-গুণ জগতৰ মূল কাৰণ। আদ্যা শক্তি। পঞ্চভূতাত্মক শৰীৰ।

প্ৰকৃতি আশ্ৰয় আদি বৃক্ষ - পৰিদৃশ্যমান জগতক এজোপা গছৰ লগত তুলনা কৰা হৈছে ইয়াৰ মূল ওপৰৰ ফালে আৰু শাখা তলৰ ফালে। গছজোপা সংসাৰ ৰূপক মাত্ৰ। সুখ দুই দুবিধ ফল, মূল বা শিপা ৩ গুণ। ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ - ৪টি ৰস, চাৰুলীয়া ছুলিশিপা ইন্দ্ৰিয়সমূহ আৰু ইন্দ্ৰিয়ৰ বল, গছৰ আত্মা ছয় উৰ্ম্মি, ছাল ৭ধাতু (ৰস-ৰক্ত-মাংস, মেদ-অস্থি-মজ্জা-শুক্ৰ), শাখা-প্ৰশাখা অষ্টপ্ৰকৃতি (৫মহাভূত +মন + বুদ্ধি + অহঙ্কাৰ), পাত্ত দহবিধ বায়ু।

প্ৰচেতা - পৃথুৰ বংশত প্ৰাচীন বৰ্হিৰ ঔৰসত সমুদ্ৰ কন্যা সৱৰ্ণাৰ গৰ্ভত

দহটি পুত্ৰৰ জন্ম হয় আৰু এওঁলোকক দশ প্ৰচেতা বোলে।

প্ৰজাপতি - প্ৰজাৰ স্ৰষ্টা, বিধাতা বা ব্ৰহ্মা, বিশ্বকৰ্ম্মা। এওঁৰ বাহিৰেও মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, দক্ষ, বশিষ্ঠ, ভৃগু, নাৰদ - এই দহজনো প্ৰজাপতি নামে খ্যাত।

প্ৰণৱ - ঈশ্বৰৰ গূঢ় নাম, ওঁ, ওঙ্কাৰ ধ্বনি।

প্ৰতিগ্ৰহ - অনুগ্ৰহ।

প্ৰতিমা - প্ৰতিম সদৃশ, প্ৰতিমা প্ৰতিমূৰ্ত্তি। প্ৰতিমা ৮বিধ (১) প্ৰস্তৰ নিৰ্মিত, (২) কাষ্ঠনিৰ্মিত, (৩) লৌহ, (৪) মৃত্তিকা, (৫) চিত্ৰিত, (৬) (অঙ্কিত), (৬) বালুকা, (৭) মানসিক, (মনে মনে অঙ্কিত) আৰু (৮) মনি নিৰ্মিত।

প্ৰদোষ - দোষাৰ মানে ৰাত্ৰি, প্ৰ-মানে আৰম্ভ ; ৰজনীমুখ।

প্ৰদ্যুম্ন - কৃষ্ণৰ শ্ৰেষ্ঠ পুত্ৰ। কামদেৱেই ৰুক্মিণীৰ গৰ্ভত জন্মে। অনিৰুদ্ধ এওঁৰ পুত্ৰ।

প্ৰপঞ্চ - সৃষ্টিলোক, সংসাৰ।

প্ৰবৰ্দ্ধন পৰ্ব্বত - হিমালয়ৰ এটি গিৰি গুহা।

প্ৰবজ্যা - প্ৰবাস, বৈৰাগ্য, সন্ন্যাস।

প্ৰভাযজ্ঞ - প্ৰভা মানে সূৰ্য্য ৰশ্মি, যজ্ঞ মানে অগ্নি।

প্ৰভাস - প্ৰভাসতীৰ্থ বা সোমতীৰ্থ। চন্দ্ৰই যক্ষ্মাৰোগ নিবাৰণৰ বাবে ইয়াত স্নান কৰিছিল আৰু যদুবংশ ইয়াতেই নিৰ্মূল হয়।

প্ৰমাদী - বিপদ কাৰক।

প্ৰম্লোচা - স্বৰ্গৰ অন্যতম অপ্সৰা।

প্ৰয়াগ - গঙ্গা-যমুনা ও সৰস্বতীৰ সঙ্গমস্থল।

প্ৰলম্বাসুৰ - 'কেশী' দ্ৰষ্টব্য চাওক।

প্ৰসূতি - জননী, প্ৰসৱ, উৎপত্তি, জন্ম। শতৰূপাৰ তিনিকন্যা আকুতি, দেৱহুতি ও প্ৰসূতি। দক্ষই প্ৰসূতিক বিয়া কৰে।

প্ৰহ্লাদ - হিৰণ্য কশিপু আৰু কয়াধুৰ পুত্ৰ। পৰম বৈষ্ণৱ।

প্ৰাকৃত - লৌকিক, স্বাভাৱিক।

প্ৰাগজ্যোতিষপুৰ - প্ৰাচীন কামৰূপৰ ৰাজধানী।

প্ৰাগদেশ - পূৰ্বদিক বাসীৰ দেশ।

প্ৰাচীনবৰ্হি - দশ প্ৰচেতাৰ পিতৃ। হৰ্বিধানৰ পুত্ৰ।

পাৰৱ্ধকৰ্ম্ম - পূৰ্ব্বজন্মৰ অৰ্জিত পাপ-পূণ্য, অদৃষ্ট।

প্ৰশ - যাঠি সদৃশ অস্ত্ৰ।

প্ৰিয়ব্রত - ব্ৰহ্মা আৰু শতৰূপাৰ দুই পুত্ৰৰ ভিতৰত অন্যতম। আনজন পুত্ৰ উত্তান পাদ।

প্ৰেত - ভূত, ৰাক্ষসৰ দৰে দেবযোনি বিশেষ।

প্ৰেতধূম - চিতাৰ ধোঁৱা।

প্ৰোষ্ঠী - পুঠিমাছ বা শফৰী।

## ।।'ফ'।।

ফল - পৰিণতি, পৰিনাম।

ফলভোগী - সংসাৰ কৰ্ম্মৰ বাবে সুখ বা দুখ ভাগ কৰিব লগা হোৱা জীৱ। সংসাৰীলোক।

ফুলধনু - কামদেৱৰ ধনু।

ফাঁপৰ - বিপদ, হতবুদ্ধি।

ফাল্গুনী - ফাগুণ মাহত অৰ্জ্জুন জন্ম হয় বাবে অৰ্জ্জুনৰ নাম ফাল্গুনি হয়।

## ।।'ব'।।

বক - বৃন্দাবনত শ্ৰীকৃষ্ণই বধকৰা বকৰূপী অসুৰ বা বকাসুৰ।

বকাৰি - বকঅসুৰৰ শত্ৰু; কৃষ্ণ।

বঙ্গ - 'বংগ' নামধাৰী এজন ৰজাৰ নামানুসাৰে বঙ্গৰাজ্য।

বলি - ভক্ত প্ৰহ্লাদৰ পুত্ৰ বিৰোচন আৰু বিৰোচনৰ পুত্ৰ প্ৰহ্লাদ। পৰম বিষ্ণুভক্ত। স্বৰ্গৰাজ্য দখল কৰি দেৱতাক বিতাৰণ কৰে। ভগৱানে অদিতিৰ গৰ্ভত বামন অবতাৰ লৈ বলিক পাতাললৈ খেদি পঠায়।

বঞ্চে - বঞ্চনা কৰে।

বটু - বটুব্ৰাহ্মণ। বটু মানেই অল্প বয়সৰ বালক ব্ৰহ্মচাৰী।

বত্ৰিশ নাড়ী - নাড়ীমূলৰ দৈৰ্য্য ৩২ হাত আৰু গোৰাকাৰে উদৰও থাকে।

ব্যসাসুৰ - পূৰ্ব্বজন্মত 'অনুদানব' নামে গন্ধৰ্ব্ব আছিল আৰু ইন্দ্ৰ ভৱনৰ

দুৱৰী আছিল। চাৰি সিদ্ধক ইন্দ্ৰভৱনত প্ৰৱেশত বাধা দিয়াৰ বাবে মৰ্ত্যত অসুৰৰূপে জন্ম লবলৈ অভিশাপ পায়। কৃষ্ণৰ হাতত মৃত্যু হয় ও মুক্ত লাভ কৰে।

বদৰিকাশ্ৰম - ব্যাসৰ আশ্ৰম। যুধিষ্ঠিৰে ইয়াৰ পৰাই স্বৰ্গাৰোহণ কৰে। বৰ্ত্তমান কাশ্মীৰত অৱস্থিত। ঋষি-সিদ্ধ গন্ধৰ্ব্বৰ বাসস্থান।

বদান্য - সুবক্তা, দানশীল।

বঁধু - প্ৰিয়, প্ৰণয়ী।

বয়স্য - সমবয়স্ক ব্যক্তি।

বয়ান - বদন, মুখমণ্ডল।

বৰিতা - প্ৰাৰ্থিত।

বৰাহ - বিষ্ণুৰ অৱতাৰ। জলমগ্ন পৃথিৱীক উদ্ধাৰ কৰে। বৰাহে পৃথিৱীক বিয়া কৰায় আৰু নৰকাসুৰৰ জন্ম হয়।

বৰুণ - জলৰ দেৱতা। অগ্নি জলৰ সখী। বৰুণৰ ভবন ধবল, কামধেু, সুৰভি আদি তেওঁৰ লগত থাকে।

বৰ্ণাশ্ৰম - চাৰিবৰ্ণৰ চাৰি আশ্ৰম।

বৰ্ব্বৰ - নীচজাতি সমূহ। যেনে - হৈহয়, শক, হূণ আদি।

মহিষ্মতী - ব্ৰহ্মাবৰ্ত দেশৰ ৰাজধানী। সৰস্বতী দৃষদ্বতী নদীৰ মাজ ঠাইখণ্ড।

বল - এটা অসুৰ বা দৈত্য।

বশিষ্ঠ - মিত্ৰা বৰুণৰ পুত্ৰ। ভাগৱতৰ মতে ব্ৰহ্মাৰ প্ৰাণৰ পৰা উৎপন্ন হয়। সূৰ্য্যবংশৰ কুলগুৰু। পত্নী অৰুন্ধতি। বশিষ্ঠৰ পুত্ৰ শক্তি, শক্তিৰ পুত্ৰ পৰাশৰ।

বষট্‌কাৰ - হোমকৰ্ম্ম।

বসাকুপ - নৰকৰ ভিতৰত এখন।

বসু - গণদেৱতা। বসু আঠজন।

বসুদেৱ - সুৰসেনৰ পুত্ৰ, মাতৃ মাৰিষা। কৃষ্ণৰ পিতাক। বসুদেৱৰ পত্নী দৈৱকী, ৰোহিনী। এওঁ পৰম বিষ্ণুভক্ত।

বসুমতী - পৃথিৱী, ধৰণী।

বহুনাশ্ব - মিথিলাৰ ৰজা। পৰম বৈষ্ণৱ

বাকল - বল্কল। গছৰ ছাল।

বাখান - প্ৰশংসাবাদ।

বাজপেয় - সামবেদ বিষয়ক যজ্ঞ বিশেষ। বাজ মানে ঘিউ বা পেঁষ্টীসুৰা।

বাজী - অশ্ব, ঘোঁৰা, পক্ষী, বান।

বাজু - হাতৰ অলঙ্কাৰ।

বান - দৈত্যৰাজ বলিৰ ১০০ পুত্ৰৰ ভিতৰত অন্যতম। শোণিতপুৰৰ নৃপতি। উষাৰ পিতৃ।

বাঞ্ছাকল্পতৰু - এই গছৰ তলত বহি যি বাঞ্ছা কৰে তাকে পায়।

বাড়ি - আঘাত, লাঠি।

বাতল - উন্মত্ত, পাগল।

বাতমগুলি - ঘূৰ্ণি বতাহে। দৈত্যবিশেষ আৰু কৃষ্ণৰ হাতত মৃত্যু হয়।

বাপখনে - দেউতাকে।

বাধা - ব্যাঘাত। পাদুকা, চৰ্ম্ম খৰম।

বামদেৱ - বিখ্যাত ঋষি।

বামন - বিষ্ণুৰ পঞ্চম অৱতাৰ। এওঁক উপেন্দ্ৰও বোলে। বলিক ছলি স্বৰ্গত ইন্দ্ৰক স্থাপন কৰে।

বামন পুৰাণ - এখন মহান পুৰাণ। বিষ্ণু-বামনৰ বৰ্ণনা আছে।

বামানয় - বেদৰ অপৌৰুষেয় বৈশিষ্ট্যৰ বিৰুদ্ধবাদী শাস্ত্ৰ।

বায়ু - পবন, মৰুৎ

বায়ুগণ - শ্বসন, স্পৰ্শন, বায়ু মাতৰিশ্বা, সদগতি, পুষদশ্ব আদি।

বামা - নাৰী, ৰমনী।

বাৰণ - হস্তী, নিষেধ।

বাৰণী-সুধা - মদ বিশেষ। সমুদ্ৰ মন্থনত উত্থিত হয়।

বালখিল্য - আঙুলিৰ সমান ষাঠীহাজাৰ (৬০,০০০) মুনি। ব্ৰহ্মাৰ নোমৰ পৰা জন্ম হয়। সূৰ্য্যৰ নিচিনা প্ৰভাৱে সূৰ্য্যৰ দেহৰক্ষী হিচাবে নিয়োজিত। ইন্দ্ৰই ক্ষুদ্ৰাকৃতি দেখি হঁহাত এওঁলোকে ইন্দ্ৰবিজয়ী গৰুড়ক বিনতাৰ গৰ্ভত জন্মায়।

বালা - ষোড়শী গাভৰু।

বাল্মীকি - প্ৰচেতাৰ দশম পুত্ৰ। 'বাল্মীকি' সম্পৰ্কত বিভিন্ন মত পোৱা যায়। এওঁ ৬০,০০০ বছৰ একে ঠাইতে থাকিবাম নাম জন্মিছিল। এওঁ ৰত্নাকৰ নামে দস্যুবৃত্তি অৱলম্বন কৰিছিল আৰু নাৰদৰ উপদেশত বৃত্তি ত্যাগ কৰে। ব্ৰহ্মাৰ উপদেশত ৰামায়ণ লিখে। আদিকবি।

বালী - কিষ্কিন্ধ্যাৰ নৃপতি। সুগ্ৰীবৰ ককায়েক। তাৰা এওঁৰ পত্নী আৰু অঙ্গদ পুত্ৰ। সুগ্ৰীবৰ বাবে ৰামে বালীক বধ কৰে।

বাসব - ইন্দ্ৰ।

বাসুকি - নাগৰাজ। কশ্যপ আৰু কদ্ৰুৰ পুত্ৰ। সাগৰ মন্থনত মথনদণ্ড বা ৰজ্জু হিচাবে ব্যৱহিত হৈছিল। এওঁ ভনীয়েক মনসাক জৰুৎকাৰ মুনিত বিয়া দিয়ে।

বাস্কল - এজন দানব।

বাহ্যবায়ু - বাহিৰৰ বায়ু।

বাহ্লীক - এজন ৰজা। ভূৰিশ্ৰবা। ভীমে বধ কৰে।

বিচিত্ৰবীৰ্য্য - শান্তনুৰ ঔৰসে সত্যৱতীৰ গৰ্ভে জন্ম পায়। সত্যৱতীৰ পূৰ্ব্বৰ পুত্ৰ ভীষ্ম এওঁৰ বৈমাত্ৰেয় ভ্ৰাতা। ধৃতৰাষ্ট আৰু পাণ্ডু এওঁৰ ক্ষেত্ৰজ পুত্ৰ।

বিটলে - ধূৰ্ত্ত, দুষ্ট।

বিদাৰ - বিদাৰণ, ভেদন।

বিদুৰ - বিচিত্ৰবীৰ্য্যৰ দাসীপত্নীৰ ব্যাসদেৱৰ ঔৰসে জন্ম। বিদ - জ্ঞান + উৰ্ [illegible] = বিদুৰ। অনীমাণ্ডব্য ঋষিৰ অভিশাপত ধৰ্ম্মৰাজে বিদুৰ হৈ জন্মে। এওঁ দেৱক ৰজাৰ কন্যাক বিয়া কৰে। ত্যাগী পুৰুষ।

বিত্তশাঠ্য - বিত্ত মানে 'ধন', শাঠ্য মানে ধূৰ্ত্ততা, শঠতা। ধনৰ বাবে কৰা শঠতা।

বিদৰ্ভ - বিৰাট দেশ, কুণ্ডিল নগৰ।

বিধাতা - যিয়ে বিধান কৰে। ব্ৰহ্মা, দক্ষ প্ৰজাপতি।

বিন্ধ্যাগিৰি - পৰ্ব্বত বিশেষ।

বিভাবৰী - চন্দ্ৰৰ ৰাজ্যৰ নাম।

বিদুৰথ - যদুবংশীয় বিখ্যাত ৰজা।

বিদেহ - এখন ৰাজ্য, ৰাজধানী মিথিলা, ৰজা জনক।

বিদ্যাধৰ - সঙ্গীতবিদ্যা বা মায়াবিদ্যাৰ অভিজ্ঞ জাতি, এওঁলোক দেৱযোনি।

বিধু - চন্দ্ৰ, ব্ৰহ্মা, বিষ্ণু।

বিনতা কুমাৰ - কশ্যপ বিনতাৰ পুত্ৰ গৰুড়।

বিন্দুসৰোবৰ -কৈলাশৰ দক্ষিণস্থ এখন সৰোবৰ।

বিন্ধসেন - মদ্ৰদেশৰ ৰজা। কৃষ্ণপত্নী লক্ষণাৰ পিতৃ।

বিপাশা - এখন নদী, সিন্ধুনদীৰ উপনদী।

বিপ্ৰচিত্তি - এজনী অপ্সৰা। প্ৰিয়ব্ৰতৰ পুত্ৰ অগ্নীধ্ৰৰ পত্নী।

বিপ্ৰাণী - ব্ৰাহ্মণৰ স্ত্ৰী।

বিভৱ - প্ৰভুত্ব, মাহাত্ম্য, সামৰ্থ্য।

বিভাণ্ডক মুনি - এজন ঋষি। উৰ্বশীক দেখি জলত বীৰ্য্য পাত হয় আৰু বীৰ্য্য হৰিণ ৰূপিনী দেৱকন্যাই গৰ্ভধাৰণ কৰে ও তেওঁৰ পুত্ৰই ঋষ্যশৃঙ্গ মুনি।

বিভীষণ - ৰাৱণৰ ভাতৃ ; ৰাৱণৰ পিচত লঙ্কাৰ ৰজা হয়। বিশ্ৰবাৰ পুত্ৰ। পৰম ধৰ্ম্ম পৰায়ণ আৰু ৰামচন্দ্ৰৰ পৰমভক্ত ও লঙ্কাযুদ্ধত ৰামৰ পৰম সহায়ক। এওঁৰ পত্নী সৰমা। ৰাৱণৰ বিধবা পত্নী মন্দোদৰীকো বিয়া কৰে।

বিভু - পৰমেশ্বৰ, ব্ৰহ্মা, বিষ্ণু।

বিমৎসৰ - মৎসৰ মানে 'ক্ৰোধ'। ক্ৰোধহীন।

বিৰহ অশনি - বিচ্ছেদ ৰূপী বজ্ৰ।

বিৰাট - এখন দেশ। প্ৰাচীন মৎস্যদেশ। পাণ্ডৱে এই বিৰাট ৰজাৰ ৰাজ্যতে অজ্ঞাত বাস কৰিছিল। বিৰাটৰ জীয়েক উত্তৰাক অভিমন্যুয়ে বিয়া কৰায়।

বিৰূপাক্ষ - ত্ৰিলোচন, শিৱ, ত্ৰিলোচন হৈছে চন্দ্ৰ-সূৰ্য্য-অগ্নি।

বিৰোচন - প্ৰহ্লাদৰ পুত্ৰ আৰু বলিৰ পিতা।

বিশাই বিশ্বকৰ্ম্মা - দেৱশিল্পী। এওঁ বৃহস্পতিৰ ভগ্নী বৰস্ত্ৰী বা যোগসিদ্ধাৰ পুত্ৰ আৰু পিতাক প্ৰভাস নামৰ বসু। বিশ্বকৰ্ম্মাই স্বৰ্গলোকে বৰুণৰ প্ৰসাদ, পুষ্পক ৰথ, দধীচি মুনিৰ অস্থিৰে বজ্ৰ, শিৱৰ ৰথ আদি তৈয়াৰ কৰে।

বিশখা- গোপৰ পত্নী।

বিশালা - উজ্জয়িনীৰ এখন তীৰ্থ।

বিশ্বদ্ৰোহী - সকলোৰে অনিষ্টকাৰী।

বিশ্বৰূপ - পৰমেশ্বৰ। বিশ্বৰূপ বা বিৰাট দৰ্শন বলিৰ যজ্ঞত প্ৰদৰ্শন কৰে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত, দুৰ্য্যোধনে ৰাজসভাত কৃষ্ণক বান্ধিবলৈ ধৰোতে, কুৰুক্ষেত্ৰৰ যুদ্ধত অৰ্জ্জুনৰ আগত বিশ্বৰূপ প্ৰদৰ্শন কৰে। দেৱতাৰ পুৰুহিতৰ নামো বিশ্বৰূপ আৰু ইন্দ্ৰই এওঁক বধ কৰে।বিশ্বস্ৰষ্টা - প্ৰজাপতি, দিক্‌পাল। ব্ৰহ্মা।

বিশ্বাবসু - গন্ধৰ্ব্বৰাজ শ্ৰীৰপুত্ৰ। অনিন্দসুন্দৰ পুৰুষ।

বিশ্বামিত্ৰ - কুশিক নন্দন গাৰ্ধিৰ পুত্ৰ। বশিষ্ঠৰ কামধেনু লাভৰ বাবে

বিশ্বামিত্ৰই বশিষ্ঠৰ লগত যুদ্ধ কৰি পৰাজয় হয়। ব্ৰহ্মশক্তিৰ ওচৰত ক্ষত্ৰিয় শক্তি পৰাজয় হোৱাত এয়ে প্ৰকৃষ্ট প্ৰমাণ।

বিষহাৰী - মনসাদেৱী।

বিষ্ণুমায়া - বৈষ্ণৱী মায়া বা মহামায়া। এই মায়াৰ বাবেই সকলো জীৱই নিজকে শ্ৰেষ্ঠ বুলি ভাবে। একমাত্ৰ ভগৱন্ত ভক্তিৰে এই মায়া দূৰ কৰিব পাৰি।

বিসৰ্জ্জণ - যাদৱ বংশীয় এটি শাখা। ত্যাগ কৰা।

বিশ্ৰবা - মহৰ্ষি পুলস্ত্যৰ পুত্ৰ। বিশ্ৰবাৰ পুত্ৰ বৈশ্ৰবণ। এওঁৰ পত্নী কৈকেষী। কৈকেষীৰ পুত্ৰ ৰাৱণ, কুম্ভকৰ্ণ, বিভীষণ।

বিষ্ণু - যি সৰ্ব্বত্ৰ ব্যাপি থাকে। (বিষ + নক)। সত্ত্ব গুণৰ অধিকাৰী। কৃষ্ণ বিষ্ণুৰ পূৰ্ণ অৱতাৰ।

বিষ্ণুপুৰাণ - বিষ্ণুৰ মাহাত্ম্য প্ৰকাশক পুৰাণ। পৰাশৰে ৰচনা কৰিছিল বোলা হয়।

বিষ্ণুলোক - বৈকুণ্ঠ।

বিষ্ণুৰাত - ৰাত্ৰ-ৰাত = জ্ঞান = বিষ্ণু বিষয়ক জ্ঞান = পঞ্চৰাত্ৰ/পাঞ্চৰাত্ৰ।

বীতৰাগ - আসক্তি শূন্য। নিঃস্পৃহ।

বীতিহোত্ৰ - প্ৰিয়ব্ৰতৰ ঔৰসে বৰ্হিষ্মতীৰ গৰ্ভত জাত। প্ৰিয়ব্ৰতৰ নৱম পুত্ৰ। অগ্নি-বাসূৰ্য্য।

বীৰভদ্ৰ - ভীষণ আকাৰৰ লোক। বীৰভদ্ৰৰ লগতে শিৱৰ জটাৰ পৰা ভদ্ৰকালীৰ জন্ম হয়।

বীৰসেন - নিষধ ৰাজ্যৰ চন্দ্ৰবংশীয় ৰজা। এওঁৰ পিতৃ নল।

বীৰাসণ - সজাগতা অৱলম্বন কৰি পহৰা দিয়া ব্ৰত।

বীৰ্য্যশল্কা - বীৰ্য্যই যাৰ মূল্য। বীৰ্য্যশালী।

বুধ - বৃহস্পতিৰ পত্নী তাৰাক হৰণ কৰি নিয়ে আৰু তাৰাৰ গৰ্ভত বুধৰ জন্ম হয়।

বৃংহতি - হাতীৰ মাত বাউকি।

বৃকাসুৰ - হিৰণ্যাক্ষ দৈত্যৰ পুত্ৰ। শকুণিৰ পুত্ৰৰ নামো বৃক।

বৃকোদৰ - বৃক-অগ্নি, উদৰ-পেট। যাৰ উদৰত বৃক নামৰ অগ্নি আছে ভীম।

বৃষকেতু - কৰ্ণৰ পুত্ৰ।

বৃষ্ণিবংশ - কৃষ্ণৰ পূৰ্ব্বপুৰুষ।

বৃত্ৰাসুৰ - ত্ৰিশিৰাৰ নিধনত ক্ষুব্ধ হৈ ত্বষ্টা ঋষিয়ে বৃত্ৰাসুৰক উৎপাদন কৰে। ইন্দ্ৰই নিধন কৰে।

বৃদ্ধিশ্ৰাদ্ধ - উন্নতিৰ বাবে কৰা শ্ৰাদ্ধ।

বৃন্দাদেৱী - কালনেমী দানবৰ কন্যা। জলন্ধৰ এওঁৰ স্বামী। তেওঁ সতী আছিল আৰু বিষ্ণুৱে জলন্ধৰ ৰূপ ধাৰণ কৰি বৃন্দাৰ সতীত্ব নষ্ট কৰাত জলন্ধৰৰ মৃত্যু হয়। বৃন্দাৰ শাপত বিষ্ণুৰ একাংশ শাল গ্ৰাম হয় আৰু বৃন্দাতুলসী বৃক্ষ হয়।

বৃন্দাবন - বৰাহ পুৰাণ মতে বন ১২ খন বৃন্দা, কুমুদ, খদিৰ, তাল, ভদ্ৰ, ভাণ্ডীৰ, মধু, মহ, লৌহ, বাহুলী আৰু শ্ৰীবন। বৃন্দাৰ কেশৰাশি যি স্থানত অসংখ্য তুলসী বৃক্ষ হৈছিল সেই স্থানৰ নাম বৃন্দাবন হয়।

বৃন্দাবলী - দৈত্যৰাজ বলিৰ পত্নী।

বৃষপৰ্ব্বা - কশ্যপ আৰু দনুৰ পুত্ৰ।

বৃষলী - শূদ্ৰা, অনুঢ়া ঋতুমতী কন্যা।

বৃষাকপি - বিষ্ণু, শিৱ, অগ্নি, ইন্দ্ৰ।

বৃষ্ণ - এজন প্ৰসিদ্ধ ৰজা।

বৃহতীছন্দ - ব্ৰহ্মাৰ প্ৰাণৰ পৰা ওলোৱা বৈদিক ছন্দ বিশেষ।

বৃহস্পতি - অঙ্গিৰাৰ ঔৰঁসত, সুৰূপাৰ গৰ্ভত উৎপত্তি। দেৱ পুৰুহিত। বৃহস্পতিৰ পুত্ৰ 'কচ' আৰু পত্নী চান্দমসীৰ। কচে দৈত্যগুৰু শুক্ৰাচৰ্য্যৰ পৰা সঞ্জীৱনী বিদ্যা শিকে।

বেঙ্কঠশৈল - তিৰুপতিৰ ওচৰৰ এটা পৰ্ব্বত।

বেন - যমকন্যা সুনীথাৰ গৰ্ভত অঙ্গৰজাৰ ঔৰসত জন্মগ্ৰহণ কৰে। বেদ ব্ৰাহ্মণ দেৱতাক ঘৃণা কৰে। অত্যন্ত অত্যাচাৰী আছিল।

ক্ৰোধত ঋষিগণে কুশাঘাতে বেনক নিহত কৰে। পিচত পৃথিৱী অৰাজক হোৱাত মৃত বেনৰবাম হস্ত মন্থন কৰি এজন কদাকাৰ পাপী পুৰুষক সৃষ্টি কৰে আৰু দক্ষিণ হস্থ মন্থন কৰি পৃথুক সৃষ্টি কৰে। পৃথুৰ নামৰ পৰাই পৃথিৱী নাম হয়।

বেনাপত্ৰ - সুগন্ধি তৃণ বিশেষ।

বেতাল - 'বে' মানে বায়ুত, তল মানে গমণ অৰ্থাৎ শিৱৰ অনুচৰ ভূতগণ।

বেদ - শ্ৰুতি, ধৰ্ম্ম আৰু ব্ৰহ্মাৰ মুখ নিৰ্গত ধৰ্ম্মজ্ঞাপক গ্ৰন্থ। বেদ অপৌৰুষেয় আৰু স্বয়ং ভগবানৰ মুখ নিঃসৃত বাণী। বেদৰ শাখা চাৰিটা- ঋক, যজু, সাম, অথৰ্ব্ব।

বেদনিধি - কৃষ্ণৰ ব্ৰাহ্মণ সখা। কৃষ্ণ-ভক্ত।

বেদগুহ্য - বেদৰ গোপনীয় বিষয়।

বেদপতি - পশুপতি, বেদপতিব্ৰহ্মা।

বেদমাতা - বেদৰ জননী। ব্ৰহ্মাণী-গায়ত্ৰী আৰু সাবিত্ৰী বা সৰস্বতী।বেদশিৰা - ভৃগুৰ পুত্ৰ ধাতা আৰু বিধাতা, বিধাতাৰ পুত্ৰ মৃকণ্ডু, মৃকণ্ডুৰ পুত্ৰ বেদশিৰা। এৱেঁই মাকৰ্ণ্ডেয়।

বেদাগম - বেদ ও আগম শাস্ত্ৰ। তন্ত্ৰশাস্ত্ৰক আগম বোলে। শিৱই পাৰ্ব্বতীক কোৱা আৰু নাৰায়ণৰ অনুমোদিত আগম শাস্ত্ৰ।

বেল্লিক - নিৰ্লজ্জ, লম্পট, মুখ।

বেহাই - বৈবাহিক।

বৈকাৰিক দেৱতা - বিকৃতিজাত অৰ্থাৎ তিনিগুণৰ বিকাৰত উৎপন্ন।

বৈকুণ্ঠ - বিষ্ণুপুৰী। ব্ৰহ্মালোকৰ কোটি যোজন উৰ্দ্ধত অৱস্থিত।

বৈজয়ন্তী - কণ্ঠৰ পৰা জানুপৰ্য্যন্ত লম্বিত মালা।

বৈতৰণী - প্ৰেতনদী। যম ৰজাৰ সন্মুখবৰ্ত্তী নদী। কথিত আছে এই নদীৰ জল অত্যন্ত উত্তপ্ত, শোণিত-মাংস-অস্থিৰে পৰিপূৰ্ণ দুৰ্গন্ধময় নদী। মৃত্যুৰ পাচত জীৱই এই নদী পাৰ হ'ব লাগিব।

বৈতালিক - বন্দী, স্তুতি পাঠক।

বৈবস্বত - মৰীচিৰ পুত্ৰ কশ্যপ, কশ্যপৰ পুত্ৰ বিবস্বান (সূৰ্য্য) আৰু বিবস্বানৰ পুত্ৰ বৈবস্বত মনু।

বৈশম্পায়ন - ব্যাসৰ শিষ্য। জন্মেজয়ৰ ৰাজসভাত মহাভাৰত পাঠ কৰে।

বৈশেষিক - ষড় দৰ্শনৰ অন্যতম। এই দৰ্শনৰ পৰা পৰমানুবাদ সৃষ্টি হৈছে। মহৰ্ষি কনাদ এই দৰ্শনৰ প্ৰণেতা।

বৈশ্বানৰ - অগ্নিদেৱ।

বৈষ্ণবাস্ত্ৰ - বিষ্ণুৰ অস্ত্ৰ। বৰাহে পৃথিবীৰ প্ৰাৰ্থনাত এই সংসাৰক অস্ত্ৰদান কৰে আৰু নৰকাসুৰে লাভ কৰে। ভগদত্তই নৰকৰ পৰা এই অস্ত্ৰলাভ কৰে আৰু কুৰুক্ষেত্ৰ সমৰত ভগদত্তই এই অস্ত্ৰ প্ৰয়োগ কৰাত কৃষ্ণই বৈজয়ন্তী মালাৰূপে নিজৰ বক্ষত ধাৰণ কৰে।

ব্যজনী - তালবৃন্ত (বাহ দিয়াৰ বাবে)

ব্যঞ্জন সান্তলন - তৰকাৰী।

ব্যভাৰ - ব্যৱহাৰ, আচৰণ।

ব্যুৎপত্তি - বিশেষ উৎপত্তি, জ্ঞান, শাস্ত্ৰ সংস্কাৰ।

ব্যাস - ব্যাসদেৱ, পিতৃ পৰাশৰ; মাতৃ মৎস্যগন্ধা, তেওঁ বেদ বিভাগ কৰে। মহাভাৰত, ১৮ খন পুৰাণৰ ৰচক।

ব্যভিচাৰ - কুক্ৰিয়া, কদাচাৰ, অন্যআচাৰ।

ব্যাজ - বিলম্ব, বিঘ্ন, ছল।

ব্যোম - ময়দানবৰ পুত্ৰ ব্যোমদৈত্য।

ব্যোমকেশ - মহাদেৱ।

ব্ৰজ - মথুৰাৰ নিকটবৰ্ত্তী স্থান বা পুৰ।

ব্ৰজলীলা - ব্ৰজ পুৰীত কৃষ্ণৰ লীলামালা।

ব্ৰহ্ম - পৰমেশ্বৰ। জ্ঞানময় অদ্বিতীয় সত্ত্বা।

ব্ৰহ্মগতি - ব্ৰহ্মৰ সৈতে একীভূত হোৱা, মোক্ষলাভ।

ব্ৰহ্মজ্ঞান - পৰমেশ্বৰৰ বিষয়ে জ্ঞান, আত্মতত্ত্ববোধ।

ব্ৰহ্মপুত্ৰ - এখন নদী।

ব্ৰহ্মবাদ - ব্ৰহ্মবিষয়ক আলোচনা, বেদাধ্যয়ন।

ব্ৰহ্মবিদ্যা - তত্ত্ব-জ্ঞান, ব্ৰহ্ম বিষয়ক জ্ঞানতত্ত্ব।

ব্ৰহ্মলোক - ব্ৰহ্মাৰ ভুবন।

ব্ৰহ্মশৰ - অত্যন্ত শক্তিশালীবান।

ব্ৰহ্মসত্ৰ - দীৰ্ঘ দিন চলা ব্ৰহ্ম বিষয়ক আলোচনা।

ব্ৰহ্মঅস্ত্ৰ - পৰমেশ্বৰ প্ৰদত্ত অস্ত্ৰ। ব্ৰহ্মশাপ।

ব্ৰহ্মঘাতী - বেদ বৰ্হিভূত কাৰ্য্য।

ব্ৰহ্ম জাল - ইন্দ্ৰজাল, শত্ৰুক মন্ত্ৰসৃষ্ট জালে আবদ্ধ কৰা বান।

ব্ৰহ্মতীৰ্থ - পুষ্কৰতীৰ্থ।

ব্ৰহ্মবন্ধু - নিন্দিত ব্ৰাহ্মণ।

ব্ৰহ্মবায়ু - মাতৃ জঠৰৰ পৰা নিৰ্গত হোৱাৰ সময়ত পৰমাথাই যি বায়ুৰ দ্বাৰা অতি বেগেৰে হেচা দিয়ায়- সেই বায়ু ব্ৰহ্মবায়ু।

ব্ৰহ্মবেদী - বেদবক্তা।

ব্ৰহ্মমেধ - ব্ৰহ্মযজ্ঞ বা ব্ৰহ্মসত্য।

ব্ৰহ্মৰাত্ৰি - ব্ৰাহ্মমুহুৰ্ত্ত মানে সূৰ্য্যে দয়ৰ প্ৰথম দুইদণ্ড। ব্ৰহ্মাৰ ৰাতি।

ব্ৰহ্মসৰোবৰ - বৈভ্ৰাজ সৰোবৰ বা মানস সৰোবৰ।

ব্ৰহ্মসুত - ব্ৰহ্মাৰ পুত্ৰ চাৰিসিদ্ধ, সপ্তঋষি আদি।

ব্ৰহ্মা - বিধাতা, সৃষ্টিকৰ্ত্তা, ৰজঃগুণৰ প্ৰকাশক।

ব্ৰহ্মাণ্ড - জগত, বিশ্ব। প্ৰপঞ্চ।

ব্ৰহ্মণ্যদেৱ - ব্ৰাহ্মণসকল, বিষ্ণু, কৃষ্ণ।

ব্ৰহ্মাবৰ্ত্ত - ভাৰতীয় আৰ্য্যগণ বাসকৰা স্থান।

ব্ৰহ্মাসন - ব্ৰাহ্মণৰ আসন বা অধিকাৰ।

ব্ৰাহ্মমুহূৰ্ত্ত - সূৰ্য্য উদয়ৰ ২দণ্ড (প্ৰথম) সময়।

## ।।'ভ'।।

ভকতি - ভক্তি। প্ৰবল আসক্তি, প্ৰেমৰূপা আসক্তি, গভীৰ আবেগ।

ভক্তি - ভজ্ + ক্তিন। উপাস্যজনৰ প্ৰতি গভীৰ অনুৰাগ।

ভক্তিমাতৃ - ভক্তি মাতৃ সদৃশ। ভক্তিয়ে মাতৃৰূপলৈ নাৰদক কৈছিল - "দ্ৰাবিড় দেশত মোৰ জন্ম হৈছিল"।

ভক্তিযোগ - প্ৰেমভক্তিৰে ভগৱানৰ লগত সম্বন্ধ স্থাপন কৰা।

ভগদত্ত - প্ৰাগজ্যোতিষ পুৰৰ ৰজা নৰকাসুৰৰ পুত্ৰ। নৰকক কৃষ্ণই বধ কৰাৰ পাচত ভগদত্ত ৰজা হয়। পিতাকৰ ওচৰত থকা অব্যৰ্থ বৈষ্ণৱাস্ত্ৰ এওঁ লাভ কৰে। কুৰুক্ষেত্ৰ সমৰত এই বান অৰ্জ্জুনৰ প্ৰতি নিক্ষেপ কৰে যদিও কৃষ্ণই বুকু পাতি লয় আৰু বৈজয়ন্তী মালা হৈ পৰে। অৰ্জ্জুনে ভগদত্তক বধ কৰে।

ভগৱন্ত - ভগ মানে অষ্টঐশ্বৰ্য্যযুক্ত পৰমেশ্বৰ, বিষ্ণু ; কৃষ্ণ।

ভগীৰথ - সূৰ্য্যবংশীয় ৰজা দিলীপৰ পুত্ৰ। স্বৰ্গৰ পৰা গঙ্গাক নমাই আনি সগৰ বংশক উদ্ধাৰ কৰে।

ভদ্ৰ - কৃষ্ণ আৰু কালিন্দীৰ অন্যতম পুত্ৰ।

ভনে - বোলে বা কয় বা ৰচে।

ভদ্ৰকালী - সতীৰ মৃত্যুৰ পাচত দক্ষযজ্ঞত মহাদেৱ উপস্থিতহৈ নিজৰ জটা জোকাৰি বীৰভদ্ৰ আৰু ভদ্ৰকালীক সৃষ্টি কৰে। এওঁৰ ষোড়শ ভুজ আছে।

ভদ্ৰা - কৃষ্ণৰ ৭ম পত্নীৰ নাম ভদ্ৰা।

ভদ্ৰাশ্ব - পৃথিৱীৰ নবৰ্ষৰ অন্যতম আৰু ইলাবৃত্ৰ বৰ্ষৰ পূবে অৱস্থিত।

ভৱ - শিৱৰ এটা নাম।

ভৱদায় - 'ভৱ' মানে সংসাৰৰ, 'দায়' মানে বিপদ ; সংসাৰৰ বিপদ।

ভৱাৰ্ণৱ - সংসাৰৰূপ সমুদ্ৰ, ভৱসাগৰ, সংসাৰৰূপ সাগৰ।

ভৱাটৱী- 'ভৱ' মানে সংসাৰ, অতবী মানে অৰণ্য ; সংসাৰ অৰণ্য।

ভৰত - ভাগৱতৰ মতে ঋষব দেৱৰ শতপুত্ৰৰ জেষ্ঠপুত্ৰ ভৰত। পৰম বৈষ্ণৱ। অন্যমত অনুসৰি দুষ্যন্ত শকুন্তলাৰ পুত্ৰ ভৰত। অন্যমতে দশৰথৰ পুত্ৰ।

ভৰদ্বাজ - উতযোৰ পত্নী মমতাৰ গৰ্ভত বৃহস্পতিৰ ঔৰসত ভৰদ্বাজৰ জন্ম হয়। অপ্সৰা। ঘৃতাকীক দেখি ভৰদ্বাজৰ বীৰ্য্য স্খলিত হয় আৰু তাৰ পৰাই দ্ৰোণৰ জন্ম হয়।

ভৰ্গ - ভৰ্গদেৱ।

ভল্ল - বৰ্শা অস্ত্ৰ। এবিধ ক্ষেপনাস্ত্ৰ।

ভাণ্ড - পাত্ৰ। বাদ্যযন্ত্ৰ।

ভাগৱত - ভগৱান মানে ভগ (জ্ঞান-ঐশ্বৰ্য্য)। ভগবৎ ও ভগৱান একাৰ্থক। ভাগৱৎ অৰ্থে ভগৱত সম্বন্ধী। ভাগৱত ধৰ্ম্মমানে ভগৱানৰ কৃপালভেৰ দ্বাৰা সংসাৰ বন্ধন ছিন্ন কৰাৰ উপায়। জীৱই মুক্তি লাভৰ উপায় - জ্ঞান-বিজ্ঞান, তদং-ৰহস্য ভকিৰ বিষয়ে সম্যক বিৱৰণ থকা পুৰাণ সূৰ্য্য, বৈকুণ্ঠৰ কল্পতৰু শাস্ত্ৰ মহাভাগৱত। বাঙ্ময়-মূৰ্ত্তি ভাগৱত শ্ৰৱণ কৰিলে, সেৱা কৰিলে, দৰ্শন কৰিলে, পাঠ কৰিলে পাপ বিনাশ হয় আৰু পৰম পদ লাভ কৰে।

ভাগুৰি - ভাগুৰি এজন মুনি, এওঁ ব্যাকৰণ প্ৰণয়ন কৰে।

ভাথৰ - ভাত খোৱা ভতুৱা কুকুৰ। অপদাৰ্থ।

ভাৰ্গৱী - ভাৰ্গৱ অৰ্থাৎ শুক্ৰাচাৰ্য্যৰ কন্যা দেৱযানী।

ভাস্কৰ - সূৰ্য্য, তপন ৰবি, অগ্নি আদি।

ভাৰত - (মহা) ভাৰতবৰ্ষ, ভৰতৰ নামেৰে হোৱা দেশৰ নাম, মহাভাৰত।

ভাৰতবৰ্ষ - এচিয়া মহাদেশৰ অন্তৰ্গত দেশ, হিন্দুস্থান।

ভাৰত বৰিষ - ভাৰতবৰ্ষৰ পৰা ভাৰত বৰিষ হৈছে।

ভাণ্ডাইল - প্ৰতাৰণা কৰা।

ভানু - কৃষ্ণ সত্যভ্ৰমাৰ দশপুত্ৰৰ অন্যতম।

ভাবিনী - নাৰী, কামিনী।

ভালতট - ভালৰ মানে কপালৰ, তট মানে ক্ষেত্ৰবা স্থান; কপালৰ স্থান।

ভিন্দিপাল - নিক্ষেপনীয় অস্ত্ৰ। বন্দুক।

ভীম - বিজয়ৰ পুত্ৰ। পুৰূৰবা উৰ্বশীৰ ছয় পুত্ৰৰ এক পুত্ৰ বিজয়। দময়ন্তীৰ পিতৃৰ নামো ভীম। ২য় পাণ্ডৱ ভীম, বায়ুৰ পুত্ৰ।

ভীষ্ম - শান্তনু আৰু গঙ্গাৰ পুত্ৰ বাবে এওঁৰ নাম গাঙ্গেয়। আচল নাম সত্যব্ৰত। ভীষণ প্ৰতিজ্ঞা কৰাৰ বাবে তেওঁৰ নাম ভীষ্ম। তেওঁ ইচ্ছামৃত্যু বৰণ কৰে।

ভীষ্মক - কুণ্ডিলৰ ৰজা। ৰুক্মিণীৰ পিতৃ।

ভুকুতি - সংস্কৃতত 'ভুক্তি'।

ভূৱনকোষ - পৃথিৱী পদ্মৰ কোষৰূপী। ভূৱনকোষ কীৰ্ত্তন পৃথিৱীৰ সপ্তদ্বীপ ও সপ্ত সপ্তসমুদ্ৰৰ বৰ্ণনা।

ভূৰিসেন - শৰ্য্যাতিৰ পুত্ৰ। ভূৰিসেনৰ ভনীয়েক সুকন্যা অৰ্থাৎ চ্যৱনৰ পত্নী।

ভুষণ্ডী - পাষান বা পাথৰ ক্ষেপনকাৰী চৰ্ম্মময় যন্ত্ৰ, গুলতি।

ভূত - দেৱযোনি বিশেষ। প্ৰাণীবৰ্গ। পঞ্চমহাভূত। শিৱৰ অনুচৰ।

ভূপ - ভুপতি বা নৃপতি।

ভূৰিশ্ৰবা - চন্দ্ৰবংশীয় এজন ৰজা।

ভৃগু - এজন মহৰ্ষি। ব্ৰহ্মাৰ ছালৰ পৰা জন্মে। এওঁ দক্ষকন্যা খ্যাতিক বিবাহ কৰে।

ভৃঙ্গ - ভ্ৰমৰ।

ভৃঙ্গাৰ - জলপাত্ৰ।

ভেকবেশ - ছদ্মবেশ।

ভেৰী - দুন্দুভি।

ভৈমী - বিদৰ্ভ ৰাজ ভীষ্মকৰ পূৰে ভীম বিদৰ্ভৰ ৰজা আছিল আৰু ভীমৰ কন্যা দময়ন্তীক ভৈমী বোলা হৈছিল।

ভোজ - যদুবংশীয় এজন ৰজা।

ভোজপতি - বিষ্ণু পুৰাণৰ মতে। যযাতিৰ পুত্ৰ যদুৰ বংশত সত্বতৰ পুত্ৰ মহাভোজ আৰু মহাভেজেৰ বংশত ভোজ ৰাজ ৰজা হয়।

ভোৰঙ্গ - বাদ্যযন্ত্ৰ বিশেষ।

## ।।'ম'।।

মকৰ - তিৰ্য্যক যোনিৰ অন্তৰ্ভূক্ত জলচৰ প্ৰাণী বিশেষ।

মকামুকি - বেঙৰ নিচিনাকৈ ডাঙৰ শব্দ কৰি মতা।

মৎকুণ - মাকুন্দ বা চেলাউৰীহীন পুৰুষ।

মৎস্য - এখন দেশ। বিৰাটৰ ৰাজ্য।

মথুৰা - যমুনা নদীৰ দক্ষিণ পাৰত থকা ৰাজ্য; কৃষ্ণৰ জন্মভূমি। মধুপুৰী বা মধুবন নামেৰেও জনা যায়।

মদ্ৰৰাজ - পঞ্জাবৰ এখন ৰাজ্য, ৰাজধানী শাকল। শল্য মদ্ৰৰাজ। মাদ্ৰী মদ্ৰৰাজ্যৰ ৰাজকন্যা।

মধুকৰী বৃত্তি - মৌমাখিৰ বৃত্তি। ফুলৰ মৌচুহি আনি মধু তৈয়াৰ কৰা বৃত্তি।

মধুচ্ছন্দ - বিশ্বামিত্ৰৰ ঋষিপুত্ৰৰ নাম। ঋকবেদৰ ১ম মণ্ডলৰ নবসূক্তৰ (মন্ত্ৰৰ) প্ৰণেতা।

মধুপৰ্ক - পঞ্চামৃত।

মধুপুৰ - মথুৰা নগৰী।

মধুবংশ - যদু আৰু তেওঁৰ পত্নী নাগকন্যা ধূম্ৰবৰ্ণাৰ পুত্ৰ।

মধুমাস - চৈত্ৰমাস, বসন্তকাল।

মধুসূদন - যোগনিদ্ৰাকালত বিষ্ণুৰ কাণৰ মলিৰ পৰা মধু আৰু কৈতভৰ জন্ম হয় আৰু বিষ্ণুৱে বধ কৰাৰ বাবে বিষ্ণুক মধুসূদন বোলে।

মনু - ব্ৰহ্মাৰ দেহৰ পৰা ওলোৱা প্ৰথম মানব স্বায়ম্ভুব মনু। মনুৰ পত্নী শতৰূপা। মনুৰ পাচত ১৩জন মনুৰ জন্ম হয় - স্বাৰোচিষ, উত্তম, তামস, ৰৈবত, চাক্ষুষ, বৈবস্বত (সত্যব্ৰত), সাবৰ্ণি, দক্ষসাবৰ্ণি, ৰুদ্ৰসাবৰ্ণি, ৰুচি বা ৰৌচ্যসাবৰ্ণি, ইন্দ্ৰসাবৰ্ণি। প্ৰতিমনুৰ ৰাজত্ব কাল এক মন্বন্তৰ। চৈধ্য মন্বন্তৰত ব্ৰহ্মাৰ এককল্প।

মণিগ্ৰীৱ - কুবেৰৰ দুই পুত্ৰ নলকুবেৰ আৰু মণিগ্ৰীৱ। নাৰদৰ শাপত দুয়ো যমলাৰ্জ্জুৰ্ণ হৈ থাকে। কৃষ্ণৰ পাদ স্পৰ্শত মুক্ত হয়।

মৎস্যৰূপ - ভগৱান বিষ্ণুৰ প্ৰথম অৱতাৰ। প্ৰলয় জলত হয়গ্ৰীৱে বেদ

পাতাললৈ লৈ যায়। মৎস্যৰূপী বিষ্ণুৱে হয়গ্ৰীৱক বধ কৰি বেদ উদ্ধাৰ কৰে।

মদাদৰ্প - গৰ্ব্ব বা মত্ততা।

মন্ত্ৰন্যাস - মন্ত্ৰৰ দ্বাৰা শৰীৰৰ বিভিন্ন অঙ্গৰ উপাস্য দেৱতাৰ উদ্দেশ্যে অৰ্পন কৰা পদ্ধতি। অঙ্গন্যাস, কৰন্যাস আদিয়েই মন্ত্ৰন্যাস।

মন্ত্ৰ - বেদৰ অঙ্গ বিশেষ। 'মন্ত্ৰ' শব্দৰ অৰ্থ গোপনে উচ্চাৰণ কৰা। ছন্দোময় উচৈচস্বৰে উচ্চাৰিত মন্ত্ৰ ঋক, গদ্যময় মৃদু উচ্চাৰিত মন্ত্ৰ যজু ঃ, সুৰময় ভাবে উচ্চাৰিত মন্ত্ৰ সাম।

মন্দৰ মন্দিৰগিৰি - বিশিষ্ট পৰ্ব্বত। সাগৰ মন্থনত মন্থনদণ্ড হিচাবে ব্যৱহিত হৈছিল। মলয় পৰ্ব্বত।

মন্বন্তৰ - একো একোজন মনুৰ ৰাজত্বকাল।

মন্দপাল - এজন অপুত্ৰক ঋষি। নৰকত পতিত হৈছিল আৰু চাতক (শাৰ্ঙ্গক) পক্ষীৰূপে জন্মগ্ৰহণ কৰে।

মৰ্কট - বান্দৰ।

মন্দাগ্নি - অগ্নিমান্দ্য, হজমশক্তিহীনতা।

মন্দিৰ - ভৱন বা গৃহ। দেৱগৃহ। পুৰবা নগৰ।

মন্দিৰা - ধ্বনিযুক্ত কাঁহৰ কৰতাল।

মন্দোদৰী - ময়দানবৰ ঔৰসে হেমা অপ্সৰাৰ গৰ্ভত জন্ম। ৰাৱণৰ পত্নী। ৰাৱণৰ মৃত্যুত ৰামৰ পৰামৰ্শত বিভীষণৰ লগত বিয়া হয়।

ময়দানৱ - কশ্যপ দনুৰ পুত্ৰ। দানৱ শিল্পী। স্থাপত্য বিদ্যাত পাৰ্গত। এওঁ স্বৰ্গত হেমাক বিয়া কৰে। দুন্দুভি আৰু মায়াৱী এওঁৰ পুত্ৰ।

মৰকত - মণিবিশেষ।

মৰালবাহণ - ব্ৰহ্মা। 'মৰাল' মানে ৰাজহংস বাহন যাৰ।

মৰীচি - ধ্যানমগ্ন ব্ৰহ্মাৰ মনৰ পৰা সৃষ্টি হোৱা মানস পুত্ৰ। সপ্তঋষিৰ অন্যতম। কৰ্দ্দম দেৱহুতিৰ কন্যা কলাক বিয়া কৰায়। কশ্যপ মৰীচিৰ পুত্ৰ।

মৰু - মৰুভূমি।

মৰুৎসোম - এবিধ যজ্ঞ। দিতিয়ে কশ্যপৰ পৰা দেৱবিজয়ী পুত্ৰ কামনা কৰাত ইন্দ্ৰই গৰ্ভতে কাটি ৪৯খণ্ড কৰে আৰু এই ৪৯টি পুত্ৰই মৰুৎগণ। মৰুৎসকলৰ কাৰণে কৰা যজ্ঞই মৰুৎসোম।

মলয় পৰ্ব্বত - নীলগিৰিৰ আন নাম মলয়পৰ্ব্বত। চন্দনগিৰিও বোলা হয়।

মল্ল - বাহুযুদ্ধা বা কুস্তিগীৰ। চানুৰ, মুষ্টিক আদি মল্লবীৰ।

মহত্ত্ব - প্ৰাধান্য, বৃহত্ত্ব, আধিক্য, ঔদাৰ্য্য।

মহাক্ৰতু - বৃহস্পতি, মহাযজ্ঞ, অশ্বমেধযজ্ঞ।

মহাজ্ঞান - পৰমজ্ঞান, অভীষ্টমন্ত্ৰ।

মহাপ্ৰলয় - ব্ৰহ্মাণ্ডৰ বিনাশ। দেৱতা, ঋষি, ব্ৰহ্মাকে আদি কৰি সকলো বিনাশ হয়। এক কল্পৰ শেষত মহাপ্ৰলয় হয়।

মহাভাগৱত - মহাকাব্য।

মহাভাৰ - পাপী আৰু পাপীলোকৰ সমষ্টিক মহাভাৰ বোলে।

মহামায়া - দুৰ্গা, অবিদ্যা।

মহাৰথ - শ্ৰেষ্ঠযুদ্ধা।

মহাসত্ৰ - দীৰ্ঘদিন ধৰি চলা যজ্ঞ।

মহৰ্লোক - সপ্তস্বৰ্গৰ ৪ৰ্থ লোক।

মহাব্যাল - মহান শক্তিশালী হিংস্ৰজন্তু।

মহিষী গীতা - কৃষ্ণৰ মহিষীৰ সম্পৰ্কীয় গীতা।

মহেন্দ্ৰ - মহেন্দ্ৰগিৰি,

মহোৰগ - নাগৰ ভিতৰত যি প্ৰধান।

মাগধ - জৰাসন্ধ।

মাঝা - কটি বা কোমৰ।

মাতঙ্গ - হস্তী, এজন মুনি।

মাতুল-বসতি - মামায়েকৰ ঘৰবাৰী থকাস্থান।

মাতৃষসা - মাতাৰ ভগিনী। মাহী।

মাথুৰ - মথুৰাৰ যদুবংশীগণ।

মাদোল - মাদল, মৃদঙ্গ। চাওতালৰ বাদ্য।

মাদ্ৰীৰ কুমাৰ - নকুল-সহদেৱ।

মাধৱ - যদুবংশৰ প্ৰতিষ্ঠাতা যদু আৰু নাগকন্যা ধূম্ৰবৰ্ণাৰ পুত্ৰ মাধৱ। যদুবংশৰ শ্ৰেষ্ঠ কৃষ্ণক মাধৱ বোলে।

মান-সৰোবৰ - ব্ৰহ্মসৰোবৰ (কৈলাশত) ব্ৰহ্মাৰ মানস নিৰ্ম্মিত সৰোবৰ।

মাণ্ডব্য ঋষি - আন এটা নাম অনীমাণ্ডব্য। মাণ্ডব্যক যমে অনুচিতভাবে শাস্তি দিয়াৰ বাবে যমক অভিশাপ দিয়ে শূদ্ৰাৰ যোনিত জন্মগ্ৰহণ কৰিবলৈ ;

তাৰ ফলত বিদুৰ ৰূপে জন্ম লয়।

মান্ধাতা - সূৰ্য্যবংশৰ নৃপতি যুবনাশ্বৰ পুত্ৰ, তেওঁৰ পত্নী বিন্দুমতী, তেওঁলোকৰ গৰ্ভত পুৰুকুৎস, অম্বৰীষ আৰু মুচুকুন্দ।

মায়া - ভগৱন্তৰ যাদুকৰী শক্তি। মায়াৰ কাৰ্য্য দুটা (১) আচ্ছাদন- সত্যক ঢাকি ৰাখে (২) বিক্ষেপন- অসত্যক দেখুৱাই দিয়ে।

মায়াৱতী - কামদেৱৰ পত্নীৰতি। দক্ষৰ দেহৰ পৰা উৎপত্তি আৰু কামদেৱৰ লগত বিয়া হয়।

মাৰীচ - হিৰণ্যকশিপুৰ বংশত সুন্দ অসুৰৰ ঔৰসত তাৰকা ৰাক্ষসীৰ গৰ্ভত জন্ম। ৰাৱণৰ অনুচৰ হৈ মায়া সুবৰ্ণ হৰিণ বেশে ৰাম-লক্ষ্মণক আতৰাই নিয়ে আৰু ৰামৰ হাতত মৃত্যু হয়।

মাৰুতি - মাৰুৎ মানে পৱণ বা বায়ু। পৱণৰ পুত্ৰ ভীম, হনুমান।

মাৰ্কণ্ডেয় - ভৃগুৰ দুই পুত্ৰ ধাতা আৰু বিধাতা। বিধাতাৰ পুত্ৰ মৃকণ্ডু, মৃকণ্ডুৰ পুত্ৰ বেদশিৰা আৰু তেৱেঁই মৃকণ্ডু বা মাৰ্কণ্ডেয় মুনি। মাৰ্কণ্ডেয় পুৰাণৰ ৰচক এৱেঁই।

মাৰ্গদেশ - বায়ু নিৰ্গম স্থান, নিতম্ব। গুহ্যস্থান।

মাৰ্গশীৰ্ষ - অগ্ৰহায়ন মাহ।

মাল্যবান - সুকেশ ৰাক্ষসৰ পুত্ৰ (ৰামায়ণৰ মতে)। ৰাৱণৰ মন্ত্ৰী।

মাহিষ্মতী - নৰ্ম্মদাৰ দক্ষিণস্থ এখন ৰাজ্য।

মালাৰী - এবিধ খেল (ল'ৰাই খেলা)।

মালি - ৰাক্ষস ৰাজ সুকেশৰ- মাল্যবান, সুমালী আৰু মালী নামৰ তিনিটি পুত্ৰৰ ভিতৰত মানি বা মালী অন্যতম। অত্যাচাৰী মালীক বিষ্ণুৱে বধ কৰে।

মাহুত - মাউঁত, হাতীচালক।

মিত্ৰ-বৰুণ - বা মিত্ৰা-বৰুণ। মিত্ৰ ও বৰুণ। ঋকবেদত উল্লেখ থকা মতে মিত্ৰ হৈছে আলো বা পোহৰক দেৱতাৰূপে বৰুণক আবৰণৰ দেৱতা ৰূপে, বৰুণক আবৰণৰ দেৱতা ৰূপে স্তুতি কৰা হৈছিল। পুৰাণত আলোক দেৱতা - সূৰ্য্য আৰু জলদেৱতা বৰুণ।

মিত্ৰবিন্দা - কৃষ্ণৰ এগৰাকী পত্নী।

মিথিলা - নিমিৰ পুত্ৰ মিথি। এওঁৰ অন্যনাম জনক বা বিদেহ।

মিহিৰ - মিহ মানে সেৱাকৰা, ইৰ-ৰ্ত্তৃ। যি কিৰণ দিয়ে। সূৰ্য্য, চন্দ্ৰ।

মীন - মাছ, মৎস্য।

মীনকেতু - মৎস্য চিহ্নিত কেতন (পতাকা) যাৰ কামদেৱ। প্ৰদ্যুম্ন।

মীমাংসা - সিদ্ধান্ত, নিষ্পত্তি, ছয়দৰ্শনৰ অন্তৰ্গত জৈমিনিকৃত দৰ্শনশাস্ত্ৰ।

মুক্তি - মোক্ষ, পঞ্চমুক্তি।

মুকুতি - মুক্তিৰ অপভ্ৰংশ - মুকুতি।

মুকুন্দ - মোক্ষদাতা, নাৰায়ণ।

মুচঙ্গ - বা মুখচঙ্গ। লৌহ নিৰ্ম্মিত চোঙাৰ আকাৰৰ বাদ্যযন্ত্ৰ।

মুচুকুন্দ - মান্ধাতাৰ পুত্ৰ। আজন্ম নিৰামিষাশী। পৰম বৈষ্ণৱ। দেৱতাৰ হকে যুদ্ধ কৰি দেৱবৰ লাভ কৰি গুহাত শুই আছিল আৰু কালযবনে নিদ্ৰাভঙ্গ কৰাত ভষ্ম হয়।

মুদগৰ - গদা।

মুনি - ঋষি, তপস্বী।

মুনি-মন্যু - মন্যু মানে ক্ৰোধ বা ৰোষ। মুনিৰ ক্ৰোধত কৃষ্ণত নিমজ্জিত হোৱা।

মুমুক্ষু - মুক্তিপ্ৰাৰ্থী।

মুৰজ - মৃদঙ্গ কাঁহি।

মুৰ - এটা দৈত্য, বিষ্ণুৱে বধ কৰে।

মুৰাৰি - মুৰ অসুৰ নিধনকাৰী, বিষ্ণু।

মুৰলীধৰ - কৃষ্ণ।

মুষল - মুদগৰ, গদা।

মুষ্ক - অণ্ডকোষ।

মুষ্টিক - এটা মল্ল, বলৰামে বধ কৰে।

মূলমন্ত্ৰ - বীজমন্ত্ৰ।

মৃকণ্ডু - ভৃগু আৰু দক্ষকন্যা খ্যাতিৰ গৰ্ভত বিধাতাৰ জন্ম আৰু বিধাতাৰ পুত্ৰ মৃকণ্ডু। মাৰ্কণ্ডেয়ৰ পিতা।

মৃগেন্দ্ৰ - সিংহ। মৃগৰ ভিতৰত শ্ৰেষ্ঠ বা ৰজা।

মৃতসঞ্জীৱনী - বিদ্যাবলত মৃতকক পুনৰায় জীৱিত কৰা। দৈত্যগুৰু শুক্ৰাচাৰ্য্যই জানিছিল। দেৱাসুৰ যুদ্ধত মৃত দৈত্যগণক এই বিদ্যাৰ দ্বাৰা পুনৰ জীয়াই দিছিল। বৃহস্পতিৰ পুত্ৰ কচে শুক্ৰাচাৰ্য্যৰ পৰা এই বিদ্যা শিকিছিল।

মৃদঙ্গ - মৃৎ (মাটিৰে) যাৰ অঙ্গ হৈছে। খোল।

মেখলা - কটিভূষণ, কোমৰ বা কমৰৰ অলঙ্কাৰ।

মেঘচাৰি - চাৰিমেঘ, আবৰ্ত (যি মেঘত জল নাথাকে), দ্ৰোণ (শস্য আদিৰ প্ৰপূৰক), পুষ্কৰ (জলে পৰিপূৰ্ণ), সংবৰ্ত (জলেৰে ভৰপূৰ প্ৰলয়কাৰী মেঘ)।

মেঢ্ৰ - পুৰুষৰ লিঙ্গ, উপস্থ, শিশ্ন, লিঙ্গ।

মেধা তিথি - মনু সংহিতাৰ টীকাকাৰ, মেধাবী।

মেৰু- সুমেৰু আৰু কুমেৰু।

মেনকা - গিৰিৰাজ হিমালয়ৰ পত্নী। এজনী স্বৰ্গৰ অপ্সৰা।

মৈত্ৰী - মিত্ৰতা, বন্ধুত্ব।

মৈত্ৰেয় - অত্ৰিপুত্ৰ চন্দ্ৰৰ বংশত জন্মহোৱা বিখ্যাত ঋষি। মৈত্ৰেয় মুনিয়ে দুৰ্য্যোধনক পাণ্ডৱৰ বিৰোধিতা নকৰিবলৈ কোৱাত দুৰ্য্যোধনে নামানিলে আৰু দুৰ্য্যোধনক অভিশাপ দিলে "ভীমৰ হাতত উৰুভঙ্গ হ'ব"।

মৈত্ৰেয় মদিৰা - মিৰা নামৰ নগৰৰ প্ৰচলিত এবিধমিশ্ৰণ মদ। এই মদ অত্যন্ত কামউদ্দীপক।

মোহিনী - বিষ্ণুৰ নাৰীৰূপ। শিৱক মোহিবৰৰ বাবে এই ৰূপ ধাৰণ কৰিছিল।

মোক্ষ - জীৱনৰ শেষ অৰ্থ, মুক্তিলাভ।

মৌন - অভাষণ, কথা নোকোৱাকৈ থকা।

ম্লেচ - অসভ্য জাতি। কিৰাত, শবৰ, পুলিন্দ, যৱন প্ৰভৃতি।

## ।। 'য' ।।

যক্ষ - দেবযোনি বিশেষ। ব্ৰহ্মাৰ জন্মৰ পাচত এওঁৰ জন্ম। অন্যমতে কশ্যপৰ পুত্ৰ। যক্ষগণ ধনাধিপতি কুবেৰৰ অনুচৰ।

যক্ষপতি - কুবেৰ।

যক্ষবন - যক্ষৰাজৰ কানন।

যক্ষেশ্বৰ - কুবেৰ।

যজ্ঞ - স্বয়েম্ভুব মনুৰ কন্যা আকুতিৰ গৰ্ভত প্ৰজাপতি ৰুচিৰ ঔৰসে নাৰায়ণে যজ্ঞ নামেৰে জন্মগ্ৰহণ কৰে। যজ্ঞৰ সহোদৰা দক্ষিনা, দুয়ো ভ্ৰাতা-ভগ্নী যদিও প্ৰণয় পাশত আবদ্ধ হয়।

যজ্ঞমূৰ্ত্তি যজ্ঞৰূপ মুৰ্ত্তিধাৰী বিষ্ণু।

যজ্ঞেশ - বিষ্ণু, কৃষ্ণ।

যতি - ঋষি বা মুনিৰ সমাৰ্থক। তাপস।

যদিস্যাৎ - যদিও বা যদিবা।

যদু - চন্দ্ৰৰ পুত্ৰ বুধ, বুধৰ পুত্ৰ পুৰুৰবা। পুৰুৰবাৰ পুত্ৰ আয়ু, আয়ুৰ পুত্ৰ নহুষ, নহুষৰ পুত্ৰ যযাতি। যযাতিৰ ১মা পত্নী দেৱযানী, ২য়া পত্নী শৰ্ম্মিষ্ঠা। দেৱযানীৰ পুত্ৰ যদু।

যবন - যযাতিৰ অভিশপ্ত পুত্ৰ তুৰ্বসুৰ বংশধৰগণ যবন নামে বিখ্যাত। এওঁলোক স্বেচ্ছাচাৰী আৰু বিধৰ্ম্মী আছিল।

যম - মৃত্যুৰ অধিপতি, দক্ষিণৰ দিগপাল। সূৰ্য্যৰ ঔৰসত সংজ্ঞাৰ গৰ্ভত যমৰ জন্ম হয়। বৈবস্বত মনুৰ ভাতৃ যমেই বিদুৰ ৰূপে জন্মে।

যমলাৰ্জ্জুন গছ। নাৰাদৰ শাপত কুবেৰৰ দুই পুত্ৰ মনীগ্ৰিব আৰু নলকুবেৰ দুজোপা গছ হৈ আছিল আৰু কৃষ্ণৰ পৰশত মুক্তি লাভ কৰে।

যমালয় - যম পুৰী।

যমুনা - কালিন্দী নদী। যমুনাৰ পাৰত বৃন্দাবন অৱস্থিত। যমী।

যযাতি - চন্দ্ৰবংশীয় ৰজা নহুষৰ পুত্ৰ দেৱযানী আৰু শৰ্ম্মিষ্ঠাৰ স্বামী।

যশোদা - কৃষ্ণৰ পালিতা মাতৃ। নন্দৰ পত্নী। পুৰাণৰ মত অনুসৰি বসুগণৰ ভিতৰত দ্ৰোণ আৰু তেওঁৰ পত্নী ধৰাই নন্দ যশোদা ৰূপে জন্ম লয়।

যাজ্ঞবল্ক্য - বল্ক মানে বক্তা। ব্যাসৰ শিষ্য এজন ঋষি। মহাভাৰতৰ মতে বিশ্বামিত্ৰৰ পুত্ৰ। এওঁ সংহিতা কৰে।

যাদৱ - যদুৰ সন্তান-সন্ততি।

যাম - দুটি যাম। এক প্ৰহৰ সময়কে যাম বোলে। যামৰ পৰা যামিনী (ৰাতি) হৈছে।

যামুন - এখন তীৰ্থ। যমুনাৰ নিকতবৰ্ত্তী তীৰ্থ।

যাম্য - দক্ষিণ দিক্।

যুগধৰ্ম্ম বিপৰ্য্যয় - কলিৰ আৰম্ভত সত্য-ত্ৰেতা-দ্বাপৰ যুগৰ দেৱ-ধৰ্ম্ম-পূণ্যৰ বিভ্ৰাত ঘটা।

যুদ্ধজিত - কৃষ্ণ-ভদ্ৰাৰ পুত্ৰ সংগ্ৰামজিৎ বা যুদ্ধজিত্।

যুধিষ্ঠিৰ - পাণ্ডুৰ জেষ্ঠ ক্ষেত্ৰজ পুত্ৰ। কুন্তীৰ পুত্ৰ। ধৰ্ম দেৱতাৰ অৱতাৰ। ধৰ্ম্মৰাজ। যুদ্ধত স্থিৰ বাবে যুধিষ্ঠিৰ।

যুবনাশ্ব - সূৰ্য্যবংশীয় এজন ৰজা। মান্ধাতা যুবনাশ্বৰ পুত্ৰ।

যুযুৎসু - ধৃতৰাষ্ট্ৰৰ এজন পুত্ৰ, মাতৃ এগৰাকী বেশ্যা।

যুথ - পশু-পক্ষীৰ দল বা পাল।

যোগ - ব্যক্তিগত আত্মাৰ সৈতে পৰমাত্মাৰ মিলন আৰু তপশ্চৰ্য্যাই হৈছে যোগৰ অন্যতম লক্ষ্য। পতঞ্জলি যোগদৰ্শনৰ প্ৰণেতা। চঞ্চল মনক নিয়ন্ত্ৰণ কৰি বা পৰমাত্মাত কেন্দ্ৰীভূত কৰি সত্য উপলব্ধি কৰাই যোগ দৰ্শন। পৰমাত্মা জীৱাত্মাৰ মিলন কৰাই যোগ সাধন।

যোগমায়া - মহামায়া ভগৱতীৰ ৰূপবিশেষ। কল্পান্তৰ বিষ্ণুৱে ভগৱতীৰ প্ৰভাৱত গভীৰ নিদ্ৰাত (যোগনিদ্ৰাত) থাকোতে ব্ৰহ্মাৰ নাভি কমলত ব্ৰহ্মাৰ সৃষ্টি হয়।

যোগশাস্ত্ৰ - শিৱ যোগৰ স্ৰষ্টা। যোগ বিষয়ক শাস্ত্ৰক ৰুদ্ৰগীতা বোলা হয়। যোগশাস্ত্ৰৰ প্ৰণেতা পতঞ্জলি।

যোগী - যোগভ্যাসী, তপস্বী।

যোগেশ্বৰ - বিষ্ণু, শিৱ।

## ।।'ৰ'।।

ৰক্ষ - দানৱ, দ্ৰৈত্য, ৰাক্ষস।

ৰক্ষাকবচ - ৰাখিবন্ধন। প্ৰিয়জনক ৰাখি পূৰ্ণিমাৰ দিনা ৰঙা সুতাৰে বন্ধা অনুষ্ঠান।

ৰঘু - সূৰ্য্যবংশীয় ৰজা। দিলিপৰ পুত্ৰ। ৰঘুৰ পুত্ৰ অজ, অজৰ পুত্ৰ দশৰথ, দশৰথৰ পুত্ৰ ৰাম।

ৰঘুনাথ - ৰঘুবংশৰ সৰ্ব্বশ্ৰেষ্ঠজন শ্ৰীৰাম বা জানকী নাথ।

ৰজা সত্যব্ৰত - সূৰ্য্যবংশীয় ৰজা। ভগৱানে মৎস্যৰূপে অৱতাৰ হৈ সত্যব্ৰত ৰজাক নিজমায়া প্ৰদৰ্শন কৰিছিল।

ৰণচেৰ - ৰণত পৰাজয় বৰণ কৰা।

ৰদে - হ্ৰদত।

ৰজি - পুৰুৰবাৰ পুত্ৰ আয়ু, আয়ুৰ পুত্ৰ ৰজি। ৰজিৰ পাঁচশ পুত্ৰ আছিল।

দেৱপক্ষৰ বাবে যুদ্ধকৰি জয়ী হয়।

ৰণবাদ্যকৰ গণ - নিজ দলৰ যুদ্ধজয়ৰ বাবে, সৈন্যগণৰ উৎসাহ বঢ়াবৰ কাৰণে বাজনা বজোৱা সকল।

ৰণভেৰী - যুদ্ধত ব্যৱহিত বাদ্য বিশেষ।

ৰণশূৰ - শূৰ মানে বীৰ্য্যবান। মহাযুদ্ধা।

ৰড়াৰড়ি - বেগেৰে, দ্ৰুতগতিৰে।

ৰতি - মায়াৱতী, প্ৰীতি, কামিনী, কামকলা, কেলিকলা।

ৰতিঘৰ - নাৰী-পুৰুষৰ দেহমিলনৰ ঘৰ বা শয্যা।

ৰন্তিদেৱ - চন্দ্ৰবংশীয় দুষ্মন্তৰ পুত্ৰ। অতিথি সৎকাৰী, অশেষ অন্নৰ অধিকাৰী।

ৰমণী-ৰমণ - ৰমণীগণৰ মন হৰণকাৰী কৃষ্ণ, গোপী প্ৰেমী কৃষ্ণ।

ৰসাল - মধুৰ ধ্বনি, আনন্দজনক তাল।

ৰা - শব্দ, বাক্য, কথা।

ৰাক্ষস - সকলো জীৱ আৰু প্ৰাণস্বৰূপজলৰ ৰক্ষাকৰ্তা হোৱাৰ বাবে তেওঁলোকক ৰাক্ষস বোলে। পৰবৰ্ত্তী কালত ৰক্ষাকৰ্মৰ্ওৰ বিৰোধী হয়।

ৰাক্ষস বিবাহ - পিতা-মাতা বা আত্মীয় স্বজন হত্যাকৰি জোৰ পূৰ্ব্বক বিয়া কৰোৱা বিবাহক ৰাক্ষস বিবাহ বোলে।

ৰাজৰ্ষি - ৰজাহৈও ঋষিৰ দৰে আচৰণ কৰিলে ৰাজৰ্ষি বোলে।

ৰাজসূয় যজ্ঞ - ৰাজচক্ৰবৰ্ত্তী হ'বৰ কাৰণে কৰা যজ্ঞ, য'ত কোনো ৰজা সম্ৰাটৰ অসূয়া (বিৰোধিতা) নকৰে।

ৰাধাচক্ৰ - 'ৰাধা' অৰ্থে লক্ষ্য, 'চক্ৰ' অৰ্থে নিম্নস্থ অস্ত্ৰ। সুদৰ্শন চক্ৰ, লক্ষ্য ভেদৰ বাবে ছিদ্ৰপথ।

ৰাৱণ - লঙ্কাৰ অধিপতি ৰাক্ষস ৰাজ। বিশ্ৰৱা পিতৃ;কৈকেসী বা নিকষা মাতৃ। এওঁ বৰ লাভ কৰি কুবেৰক পৰাস্ত কৰি খেদি পঠায়, আৰু পুষ্পকৰথ হস্তগত কৰে। মন্দোদৰীক বিয়াকৰে, মেঘনাদ তেওঁৰ পুত্ৰ। দিগ্বিজয় কৰোতে বালি, কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন, মান্ধাতা, বলিৰ বাহিৰে সকলোকে জয় কৰে। দেৱকন্যা, দানৱকন্যা, ঋষিকন্যা, তপস্বিনী আদিক অপহৰণ কৰে আৰু তপস্বিনী বেদৱতীক বলাৎকাৰ কৰাত অভিশপ্ত হয়। বলপ্ৰয়োগ কৰিলে মৃত্যু হ'ব। সেয়ে সীতাক হৰণ কৰি অশোক বনত সন্মতি পাবৰ বাবে বন্দী কৰি ৰাখিছিল। ৰামৰ হাতত

মৃত্যু হয়।

ৰাম - দশৰথৰ পুত্ৰ। বিষ্ণুৰ অৱতাৰ।

ৰামচন্দ্ৰ - অযোধ্যাৰ ৰজা, সীতাৰ স্বামী।

ৰামদামোদৰ - ৰাম-বলৰাম, দামোদৰ = কৃষ্ণ, ৰাম-কৃষ্ণ, কৃষ্ণ-বলোৰাম।

ৰামৰম্ভাতৰু - ৰামকল গছ।

ৰামশিঙা - ৰাম-দীৰ্ঘ, শিঙা-শিং। বাদ্যযন্ত্ৰ বিশেষ।

ৰামা - ৰম-ক্ৰিয়াকৰা + অ, নাৰা।

ৰাসলীলা - কৃষ্ণ-গোপীৰ অনঙ্গ কেলি।

ৰাহুকেতু - ঘোঁৰাচালক।

ৰিষ্টিশান্তি - অশুভ বা অমঙ্গল বা গ্ৰহদোষ দূৰ কৰি শান্তি প্ৰতিষ্ঠা।

ৰুক্মি - বিদৰ্ভৰাজ ভীষ্মকৰ জেষ্ঠ পুত্ৰ। কৃষ্ণবিদ্বেষী, কৃষ্ণৰ হাতত মৃত্যু।

ৰুক্মী - এজন প্ৰজাপতি। প্ৰম্লোচাৰ কন্যা মালিনীক বিয়া কৰায়। মালিনীৰ গৰ্ভত ৰুচিৰ জন্ম হয়। এওঁ এজন মনু।

ৰুদ্ৰ - ঋকবেদত অগ্নিয়েই ৰুদ্ৰ। 'ৰুদ' মানে কান্দোন বা শব্দ কৰা। ৰুদ্ৰ মৰৎ সকলৰ পিতাক। মেঘৰূপী দেৱতা। ৰুদ্ৰক ত্ৰ্যম্বক বুলিও কয়।

ৰুদ্ৰগণ - ৰুদ্ৰ এঘাৰজন একাদশ ৰুদ্ৰ অহি ব্ৰধ্ন, বিৰূপাক্ষ, ৰৈৱত, হৰ, বহুৰূপ, ত্ৰ্যম্বক, সাবিত্ৰ, জয়ন্ত, পিনাকী, ৰঅজৈকপাদ, সুৰেশ্বৰ।

ৰুৰু - হৰিণ, বিশেষ।

ৰেৱত - গুজৰাটৰ ওচৰৰ এখন নগৰ আনন্দপুৰ আৰু ৰাজধানী কুশস্থলী। সেই দেশৰ ৰজা আনৰ্তবাবে দেশখনৰ নামো আনৰ্ত। ৰজা আনৰ্তক পুত্ৰ ৰেৱত। ৰেৱতৰ জীয়েক ৰেৱতীক বলৰামে বিয়া কৰে। ৰেৱতী ৰজাৰ কন্যা।

ৰোমহৰ্ষণ - ব্যাসৰ শিষ্য ৰোমহৰ্ষণ। ৰোমহৰ্ষণৰ পুত্ৰ সৌতি বা উগ্ৰশ্ৰবা। এওঁ পুৰাণ বক্তা।

ৰোহিনী - বসুদেৱৰ পত্নী। দৈৱকীৰ ৭ম সন্তানটি সঙ্কৰ্ষণ কৰি ৰোহিনীৰ গৰ্ভলৈ নিয়া হয় আৰু সেই সন্তানেই হলিৰাম বা বলভদ্ৰ।

ৰোহিতাশ্ব - (১) হৰিশ্চন্দৰ পুত্ৰ (২) গণবিশেষ (৩) অগ্নিৰ ঘোঁৰাৰ নাম সত্যব্ৰমাৰ পুত্ৰ।

লক্ষণা - বিন্ধ্যাসন বা বৃহৎসেনৰ কন্যা। কৃষ্ণৰ পত্নী। এওঁৰ পুত্ৰ দহজন। দুৰ্য্যোধনৰ জীয়েক আৰু শাম্বৰ লগত বিয়া হয়।

লটক - দুষ্ট, পাষণ্ড।

লৱৰা যম - বুঢ়া যম।

লক্ষ্মণ - সুমিত্ৰাৰ পুত্ৰ, ৰামৰ ভাতৃ, উৰ্ম্মিলাৰ স্বামী।

লক্ষ্মী - ঐশ্বৰ্য্যৰ দেৱী। সমুদ্ৰমন্থনত নিৰ্গতা হৈছিল।

লক্ষ্মীপতি - বিষ্ণু, নাৰায়ণ।

লড়ি - লাঠি।

লাঙ্গল-ঈশা - নাঙলৰ দণ্ড, হলদণ্ড।

লিঙ্গদেহ - সূক্ষ্মদেহ, সূক্ষ্মশৰীৰ। বেদান্ত মতে সপ্ত আৱৰণৰ দেহ। এঘাৰ ইন্দ্ৰিয় + পঞ্চবায়ু + বুদ্ধি = ১৬ ইন্দ্ৰিয়।

লোকালোক - লোক + অলোক = অৰ্ন্তভাগ সূৰ্য্যৰ পোহৰে আলোকিত (দৃশ্য) আৰু বৰ্হিভাগ সূৰ্য্যৰ আলোকৰ অভাৱত অলোক (অদৃশ্য)।

লোমশ - মহাসিদ্ধ মুনি। প্ৰতিকল্পত তেওঁৰ এডাকৈ নোক নষ্ট হয় বাবে তেওঁৰ নাম লোমশ।

লোলিত - শিথিল, ঢিলা।

লোহিত ৰুদ্ৰ - শিৱৰ অংশভূত প্ৰলয়ৰ মূৰ্ত্তিসমূহৰ ভিতৰত এঠা মূৰ্ত্তি।

লেচেঙা - এলেহুৱা, বৰ কথাকোৱা মানুহ।

## ।। 'শ' ।।

শক - এটা জনগোষ্ঠী। কামধেনুৰ স্তনৰ পৰা ওলোৱা শক্তিশালী যুদ্ধাৰ দল।

শকট-ভঞ্জন - কংস প্ৰেৰিত দূত, পাত্ৰত ব্যৱহিত গো-যান (গৰুগাড়ী)। কৃষ্ণক বধিবৰ কাৰণে গাড়ীত অদৃশ্যমান হৈ আছিল, কৃষ্ণই বধ কৰে।

শকুন্তলা - বিশ্বামিত্ৰ মেনকাৰ কন্যা, কণ্বমুনিৰ পালিতা। ৰজা দুষ্যন্তই বিয়া কৰায় আৰু ভৰত তেওঁলোকৰ পুত্ৰ।

শকুল মৎস্য - শ'লমাছ।

শক্ৰ - ইন্দ্ৰ।

শঙ্কৰদাৰা - শিৱৰ পত্নী, পাৰ্ব্বতী বা দুৰ্গা।

শঙ্কৰদেৱ - মহাপুৰুষ শঙ্কৰদেৱ। নৱবৈষ্ণৱ ধৰ্ম্ম প্ৰবৰ্ত্তন কাৰী। ধৰ্ম্মগুৰু

সাহিত্যগুৰু, সংস্কৃতিৰ গুৰু, যুগ প্ৰবৰ্ত্তন কাৰী।

শক্তি - (১) ক্ষমতা, বল, পৰাক্ৰম (২) শক্তি তিনিবিধ - প্ৰভাবজ, উৎসাহজ, মন্ত্ৰজ (৩) কাৰ্য্য উৎপাদন যোগ্য ধৰ্ম্ম। প্ৰকৃতি, দুৰ্গা, গৌৰী, মহাকালী।

শঙ্খচূড় - এজন দৈত্যৰ নাম। তুলসীৰ স্বামী, শিৱৰ দ্বাৰা নিহত।

শচী - ইন্দ্ৰৰ পত্নী।

শচীপতি - ইন্দ্ৰ, বাসৱ।

শচীনাথ - ইন্দ্ৰ। তেওঁৰ পত্নী শচী বাবে শচীনাথ। জয়ন্ত পুত্ৰ আৰু জয়ন্তী কন্যা।

শতক্ৰতু - শত অশ্বমেধ যজ্ঞকাৰী ইন্দ্ৰ।

শতধনু - এজন ৰজা, তেওঁৰ পত্নী শব্যা।

শতধন্বা - কৃষ্ণ বিদ্বেষী যাদৱ ৰজা।

শতৰূপাসতী - স্বায়ম্ভুব মনুৰ পত্নী। ব্ৰহ্মাৰ কন্যা।

শতঘ্নী - শত সংখ্যক শত্ৰুক বিনাশকাৰী গদাৰ আকৃতিৰ অস্ত্ৰ। কামান।

শতপুৰ - বহুবেষ্টন যুক্ত।

শত্ৰুজিত - এজন বিশিষ্ট ৰজা। পুত্ৰৰ নাম ঋতধ্বজ।

শব্দময় ব্ৰহ্ম - বেদ, শ্ৰুতি, শব্দাত্মক ব্ৰহ্ম।

শকল্ক - অক্ৰূৰৰ পিতাক।

শমীক - মুনি বিশেষ। এওঁৰ ডিঙিত পৰীক্ষিতে মৰাসাপ এটা আঁৰি দিছিল।

শৰ্য্যাতি বৈৱস্বত মনুৰ পুত্ৰ।

শনি - বিশ্বকৰ্মাৰ কন্যা সংজ্ঞাৰ গৰ্ভত বৈবস্বত মনু, যম ও যমুনাৰ জন্ম। সংজ্ঞাই স্বামী সূৰ্য্যৰ তেজ সহ্য কৰিব নোৱাৰি সঙ্গিনী ছাঁয়াক নিজৰ দৰে কৰি পলায়ন কৰে আৰু ছাঁয়াৰ গৰ্ভত, সূৰ্য্যৰ ঔৰসত শনি, সাবৰ্ণি, মনু ও মনুকন্যা তপতীৰ জন্ম হয়। চিত্ৰগুপ্তৰ কন্যাৰ লগত শনিৰ বিবাহ হয় আৰু ধ্যানমগ্ন হৈ শনি থকাৰ অৱস্থাত পত্নীয়ে কাম আহ্বান কৰাত শনিয়ে নুশুনিলে ফলত পত্নীয়ে শনিক অভিশাপ দিলে যে শনিয়ে যাকে দৃষ্টিপাত কৰিব সি বিনষ্ট হ'ব। শনিৰ দৃষ্টিত গণেশৰ মূৰ ছিগি পৰে।

শম - চিত্তক স্থিৰতা।

শমন - যম।

শম্বৰ - এজন মায়াবী দৈত্য। কশ্যপ ও দনুৰ পুত্ৰ। দেৱতাৰ লগত বহুবাৰ যুদ্ধ কৰে।

শশধৰ - চন্দ্ৰ।

শশাদ - ৰজা ইক্ষ্বাকুৰ পুত্ৰ বিকুক্ষি।

শশীপ্ৰভা - ভীষ্মকৰ পত্নী। ৰুক্মিণীৰ মাতৃ।

শৰস্তম্ভ - তৃণ।

শৰ্ম্মিষ্ঠা - যযাতি দ্ৰষ্টব্য চাওক।

শল্য - বা শাল্ব। দানৱ বৃষপৰ্ব্বাৰ কনিষ্ঠ ভাতৃ অজকে দ্বাপৰ যুগত শাল্বৰাজৰূপে জন্মে। অম্বা এওঁৰ পাণিপ্ৰাৰ্থী। দ্বাৰকা আক্ৰমণ কৰিছিল, কৃষ্ণই তাৰ বিমান ধ্বংস কৰে আৰু কুৰুক্ষেত্ৰৰ যুদ্ধত যুধিষ্ঠিৰৰ হাতত মৃত্যু হয়।

শশ ব্যস্ত - শশৰ দৰে ন্যায়ব্যস্ত।

শশীৰেখা - ৰাধাৰ প্ৰধান ৮ গৰাকী সখীৰ প্ৰত্যেকৰ লগত থকা ৮ গৰাকী সখী।

শান্তনু - কুৰুবংশীয় ৰজা, মহাবীৰ ভীষ্মৰ পিতৃ। গঙাগদেৱীক এওঁ সৰ্ত সাপেক্ষে বিয়া কৰায়। পিতৃ শান্তনুৰ বাবে ভীষ্মই বিয়া নকৰোঁ বুলি প্ৰতিজ্ঞা কৰে।

শাম্ব - কৃষ্ণৰ পত্নী জাম্বৱতীৰ পুত্ৰ।

শাল্ব - (১) অজক অসুৰৰ পুত্ৰ (২) শিশুপালৰ বন্ধু। শিশুপাল বধৰ প্ৰতিশোধ লবৰ কাৰণে তেওঁ দ্বাৰকাপুৰী আক্ৰমণ কৰে। কৃষ্ণই বধ কৰে।

শাৰঙ্গপাণি - শাৰঙ্গ ধনুধাৰী কৃষ্ণ। বিশ্বকৰ্ম্মাই তৈয়াৰ কৰা শিৱৰ ধনু কৃষ্ণই পায়।

শাৰণ - দৈৱকীৰ গৰ্ভত জাত, কৃষ্ণৰ অনুজ।

শাল্য শল্য (দ্ৰষ্টব্য)

শ্বাশ্বত - হস্তিনাপুৰৰ উঃপশ্চিমে অৱস্থিত পুৰী আৰু বীৰ বৰ্ম্মাৰ ৰাজধানী।

শিখি - ময়ুৰ। কাৰ্ত্তিকৰ বাহন। শিখিপুচ্ছ মানে ময়ুৰৰ পাখি।

শিঙা - শৃঙ্গ বা শিং নিৰ্ম্মিত বাদ্যবিশেষ। শিৱৰ বাদ্যযন্ত্ৰ, যুদ্ধত ব্যৱহাৰ হয়।

শিৱকৃত্যা - 'কৃত্যা' মানে অভিচাৰক্ৰিয়াৰ দ্বাৰা দেৱতাৰ মূৰ্ত্তিভেদ।

শিবা - শিবানী, পাৰ্ব্বতী, দুৰ্গা।

শিবিকা - যানবিশেষ, পাল্কী।

শিৰোমণি - চুড়ামণি, মূৰৰ মণি। অশ্বত্থামাৰ শিৰৰ ৰত্ন।

শিশুপাল - চেদি ৰাজ্যৰ ৰজা। দমঘোষৰ পুত্ৰ, বসুদেৱৰ ভনীয়েক শ্ৰুতশ্ৰবাৰ পুত্ৰ। কৃষ্ণ বিদ্বেষী। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত কৃষ্ণই বধ কৰে।

শিশ্ন - পুৰুষৰ জননেন্দ্ৰিয়, লিঙ্গ।

শীলতা - সাধুতা।

শীল-শিক্ষা - শীল সৎচৰিত্ৰ, শিক্ষা-ভাল অভ্যাস। সুআচৰণ।

শীলোঞ্ছা-বৃত্তি - লেচেৰী বুটলা কাৰ্য্য।

শুকদেৱ - মহামুনি ব্যাসৰ পুত্ৰ। মহাভাৰতৰ মতে ব্যাসে অগ্নি, বায়ু, ভূমিও আকাশৰ সমান গুণ সম্পন্ন পুত্ৰৰ বাবে শিৱক তপস্যা কৰাত শিৱই বৰ দিয়ে। ঘৃতাচী অপ্সৰাক দেখি ব্যাসৰ বীৰ্য্য অৰণিত পৰে আৰু ঘৃতাচী শুকপক্ষীৰ ৰূপ ধাৰণ কৰে আৰু আতৰি যায়। অৰণি মন্থন কৰি ব্যাসৰ বীৰ্য্যৰ পৰা এটি শিশুজাত হয় আৰু শুকপক্ষীৰ নামানুসাৰে তেওঁৰ পুত্ৰৰ নাম শুকদেৱ হয়।

শুক্ৰ - দৈত্যগুৰু। দৈত্যাচাৰ্য্য বাবে শুক্ৰাচাৰ্য্য নাম হয়। ভৃগু-পুলোমাৰ পুত্ৰ হোৱাৰ বাবে তেওঁক ভাৰ্গৱ বোলে। দেৱযানীৰ পিতৃ।

শুনঃশেফ - এজন ঋষি। ঋচিক মুনিৰ পুত্ৰ।

শুম্ভ - দুৰ্গাদেৱীয়ে বধ কৰা এটা দৈত্য।

নিশুম্ভ - শুম্ভৰ ভায়েক, পৰাক্ৰমী দৈত্য। দুৰ্গাই বধ কৰে।

শুদ্ধ-সত্ত্ব - ব্ৰহ্মাৰূপে ভগৱান সকলোৰে জনক, হৰৰূপে সংহাৰক, সমুদ্ৰবাসী জনাসুৰৰ পীড়ক, জনৰ প্ৰাৰ্থনীয় বাবে তেওঁ জনাৰ্দন। সেই ঈশ্বৰ শুদ্ধ-সত্ত্ব।

শুভঙ্কৰী - হিতকাৰক, পাৰ্ব্বতী।

শুম্ভনিশুম্ভনাশিনী - দুৰ্গাদেৱী।

শূৰ্পনখা - ৰাৱণৰ ভগ্নী। বিদ্যুৎজীহ্ব তাইৰ স্বামী। মাৰীচৰ মাতৃ। সীতাক অপহৰণ কৰিবলৈ যাওঁতে লক্ষ্মণে নাক ছেদন কৰে।

শোন-তীৰ্থ - শোন নদীৰ পাৰৰ তীৰ্থ বিশেষ।

শোণিত নগৰ - শোণিতপুৰ (তেজপুৰ)।

শৃঙ্গী - শমীকৰ পুত্ৰ। পৰীক্ষিতক অভিশাপ দিওঁতা ঋষি।

শৌচ - পবিত্ৰতা, বিশুদ্ধতা।

শৌত্ৰমুনি - বেদজ্ঞ ব্ৰাহ্মণ মুনি বিশেষ।

শৌণক - নৈমিষাৰণ্যও বাসকৰা যাজ্ঞিক ঋষিসকলৰ অন্যতম।

শোৰি - শ্ৰীকৃষ্ণ, শনিগ্ৰহ।

শ্ৰৱণ-কীৰ্ত্তন - শুনা আৰু মুখেৰে উচ্চাৰণ কৰি পঢ়া। ন বিধ ভক্তিৰ ভিতৰত শ্ৰেষ্ঠতম ভক্তি।

শ্ৰাদ্ধদেৱ - বৈবস্বত মনু, যম, পিতৃলোক।

শ্ৰীকান্ত - লক্ষ্মীৰ মনোৰম স্বামী - বিষ্ণু।

শ্ৰীদাম - ব্ৰজৰ বালকৰ ভিতৰত শ্ৰীদাম, সুদাম কৃষ্ণৰ প্ৰিয়সঙ্গী।

শ্ৰীনিবাস - বিষ্ণু।

শ্ৰীপতি - বিষ্ণু।

শ্ৰীমতী - ৰাধিকা, পানী আনিবলৈ যোৱা ৰাধাৰ সখীগণ।

শ্ৰীমধুসূদন - লক্ষ্মী নাৰায়ণ। লক্ষ্মীজনাৰ্দন।

শ্ৰীধৰ স্বামী - মদ্ভাগৱত পুৰাণৰ টীকাকাৰ। তেওঁৰ প্ৰণীত টীকাৰ নাম ভাগৱত ভাবাৰ্থ দীপিকা।

শ্ৰীবৎসপান্তি - কৃষ্ণৰ বক্ষস্থলৰ সোঁফালে থকা নোমৰ শাৰী। শ্ৰীবৎস লাঞ্চন ; শ্ৰীযুক্ত।

শ্ৰীশৈল - কৃষ্ণানদীৰ তীৰস্থ পৰ্ব্বত।

শ্ৰুতদেৱ - কৃষ্ণৰ প্ৰিয়ভক্ত মিথিলাবাসী বেদজ্ঞ ব্ৰাহ্মণ।

শ্ৰুতশ্ৰবা - 'শ্ৰুত' মানে শুনা, শ্ৰবঃ মানে কীৰ্ত্তি। শূৰসেনৰ কন্যা।

শ্ৰোত্ৰিয় - (শৌত্ৰমুনি দ্ৰষ্টব্য চাওক)।

শ্ববৃত্তি - 'শ্বন' মানে কুকুৰ, বৃত্তি মানে আচৰণ। উচ্ছিষ্ট ভোজন কৰো অভ্যাস। পদলেহন, চাটুতা।

শ্বেতকী - সত্যযুগৰ এজন বিখ্যাত ৰজা। অত্যন্ত ধৰ্ম্মপৰায়ণ ৰজা।

## ।।'ষ'।।

ষড়ানন - কাৰ্ত্তিক। সপ্তৰ্ষিমণ্ডলৰ যজ্ঞকুণ্ডৰ পৰা অগ্নিয়ে সপ্ত ঋষি পত্নীক দৰ্শন কৰে আৰু বামাতুৰ হয়। তেওঁ তেওঁলোকক উপভোগ কৰা অসম্ভৱ দেখি

দেহত্যাগ কৰিবলৈ লোৱাত প্ৰেমিকা স্বাহাই এক একঋষিপত্নী হৈ ৰতি সুখ দান কৰিছিল। প্ৰতি বাৰেই অগ্নিৰ বীৰ্য্য এটা সোণৰ পাত্ৰত ৰাখি গৈছিল। বশিষ্টৰ পত্নী সতী অৰুন্ধতীৰ মূৰ্ত্তি ধাৰণ কৰিবলৈ স্বাহা অসমৰ্থ হ'ল। ছয়বাৰ নিক্ষিপ্ত বীৰ্য্যৰ পৰা এটি শিশুৰ জন্ম হ'ল আৰু তাৰ মূৰ ছটা হ'ল। সেয়ে তেওঁক স্কন্দ বা কাৰ্ত্তিক বা ষড়ানন বোলে।

ষড়ৈশ্বৰ্য্য - শুক্ৰাচাৰ্য্যৰ দুই পুত্ৰ ষণ্ড আৰু অমৰ্ক। দেৱপক্ষ হৈ অসুৰৰ বিৰোদ্ধে যুদ্ধ কৰিছিল। প্ৰহ্লাদক শিক্ষা দিবৰ বাবে হিৰণ্যকশিপুৱে ষণ্ডামৰ্কক নিয়োগ কৰিছিল।

ষোড়শোপচাৰ - পূজাৰ ষোল বিধ উপকৰণ।

## ।।'স'।।

সংকৰ্ষণ - হলিৰাম বা বলভদ্ৰ। দৈৱকীৰ গৰ্ভ সংকৰ্ষণ কৰি ৰোহিনীৰ গৰ্ভত স্থাপন কৰে আৰু সেইবাবে ৰোহিনীৰ পুত্ৰক সংকৰ্ষণ বোলে।

সংযবান্ন - ঘৃত-দুগ্ধ ময়দা মিশ্ৰিত খাদ্য বিশেষ।

সংযমনী পুৰ - যমপুৰী, যমালয়।

সংহাৰি - ধ্বংসকৰি।

সংহিতা - মনু আদিৰ প্ৰণীত ধৰ্ম্মশাস্ত্ৰ।

সংহ্লাদ - হিৰণ্যকশিপুৰ চাৰিপুত্ৰৰ ভিতৰত অনুজ পুত্ৰ।

সখাশ্ৰী -সাতগৰাকী সখীৰ ভিতৰত অন্যতমা।

সগৰ - বিখ্যাত ৰজা। (সগৰ বংশাৱলী দ্ৰষ্টব্য)

সংসাৰ - জন্ম মৃত্যুৰ চক্ৰ।

সগুণ - তিনিগুণ। সত্ব-ৰজ-তম।

সগুণ ঈশ্বৰ - সগুণ ব্ৰহ্মা, সাকাৰ ঈশ্বৰ বা ব্ৰহ্মা।

সগুণ ব্ৰহ্মা - সাকাৰ ঈশ্বৰ।

সগুণ ভক্তি - সকাম ভক্তি।

সচ্চিদানন্দ - সৎ চিৎ আনন্দময়। ব্ৰহ্মসত্য (চিৎ), চিন্ময় (চিৎ), আনন্দময় (আত্মকাম) ; গতিকে পূৰ্ণানন্দৰ গৰাকী।

সঘন - মেঘযুক্ত,নিৰন্তৰ।

সজনী - স্বজনী, সখী।

সতী - দক্ষ প্ৰজাপতিৰ কন্যা, শিৱৰ পত্নী। দক্ষ যজ্ঞত শিৱনিন্দা শুনি সতীয়ে দেহত্যাগ কৰে।

সত্যব্ৰত - (ৰজা সত্যব্ৰত দ্ৰষ্টব্য চাওক)

সত্যব্ৰতী - বেদব্যাসৰ মাতৃ, আচল নাম মৎস্যগন্ধা। মৎস্য ৰজাৰ কন্যা। পৰাশৰ মুনিয়ে বিয়া কৰিছিল। পাছত শান্তনুৱে বিয়া কৰে। এওঁৰ পুত্ৰ বিচিত্ৰবীৰ্য্য আৰু চিত্ৰাঙ্গদ।

সত্যভামা - সত্ৰাজিতৰ জীয়াৰী আৰু কৃষ্ণৰ ৩য় পত্নী।

সত্ৰ - যি স্থানত একেভাবে ব্ৰহ্ম জিজ্ঞাসা কৰে।

সত্ৰাজিত - এজন ৰজা আৰু সূৰ্য্যৰ সখা। সত্ৰাজিতে সূৰ্য্যৰ পৰা মূল্যবান স্যমন্ত মনি লাভ কৰিছিল। এই মণিৰ বাবে কৃষ্ণৰ লগত বিবাদ হয়। কৃষ্ণই অনুসন্ধান কৰি জাম্বুবানৰ পৰা মনি আনি সত্ৰাজিতক দিয়ে আৰু সত্ৰাজিতে জীয়েক সত্যভামাক কৃষ্ণলৈ বিয়া দিয়ে।

সত্যলোক - ব্ৰহ্মালোক।

সত্ৰযাগ - সোমযাগ অৰ্থাৎ সোমলতাৰ ৰস প্ৰধান উপকৰণ।

সদস্য - সভাসদ।

সদত - সদা, নিতৌ।

সদানন্দ - ব্ৰহ্মাৰ মানস পুত্ৰ, চাৰিসিদ্ধৰ এজন।

সনক - ব্ৰহ্মাৰ মানস পুত্ৰ, চাৰিসিদ্ধৰ অন্যতম।

সনাতন - চাৰিসিদ্ধৰ এজন।

সন্তৰ্দ্দন - ধৃষ্ট কেতুৰ পুত্ৰ।

সন্ধান - গদাযুদ্ধৰ বিশেষ কৌশল।

সন্ধাৰণ - সম্যক ভাবে বিদ্ধ কৰা।

সন্নাহ - কবচ, বৰ্ম্ম।

সপটে - স্বপ্ন, কাপোৰৰ সৈতে।

সপোন - স্বপ্ন, সমাজিক।

সপ্তঋষি - মৰীচি, অত্ৰি, অঙ্গিৰা, পুলহ, পুলস্ত্য, ক্ৰতু, বশিষ্ঠ।

সপ্তগোদাৱৰী - গোদাৱৰী নদীৰ ৭ টি মোহনা স্থান।

সপ্ত তাল - সপ্ত সংখ্যক তাল গছৰ দৈৰ্য্যৰ পৰিমাণ।

সপ্তদ্বীপ - জম্বু, প্লক্ষ, শাল্মলী, কুশ, ক্ৰৌঞ্চ, শাক পুষ্কৰ।

সপ্তপাতাল - অতল, বিতল, সুতল, তলাতল, মহাতল, ৰসাতল, পাতাল।

সপ্তপৃথিৱী - ভূঃ, ভুবঃ, স্বঃ, মহঃ, জন তপঃ, সত্য।

সপ্তসাগৰ - লবন, ইক্ষু, সুধা, সৰ্পিঃ, দধি, দুগ্ধ, জল।

সপ্তপৰ্ব্বত - হিমবান, হেমকুট, নিষধ, মেৰুশ্বেত, নীল, শৃঙ্গী।

সপ্তস্বৰ - ষড়জ-ঋষভ-গান্ধাৰ-মধ্যম-পঞ্চম-ধৈবত-নিষাদ। সংক্ষিপ্ত ভাবে সা-ঋ-গ-ম-প-ধ-নি। সঙ্গীত শাস্ত্ৰ মতে ময়ূৰ-বৃষভ-ছাগ-ক্ৰৌঞ্চ-কোকিল-ঘোটক-হস্তীৰ স্বৰ আনি সপ্ত সুৰৰ সৃষ্টি হৈছে।

সপ্তস্বৰা - জলতৰঙ্গ নামৰ বাদ্যযন্ত্ৰ।

সফৰী -পুথিমাছ।

সবিতা - সূৰ্য্য, ঈশ্বৰ।

সব্যাহৃতি - গায়ত্ৰী মন্ত্ৰ। 'ব্যাহৃতি' মন্ত্ৰ (ভাগৱতৰ মতে) হৃদয়ৰ পৰা উদ্ভুত।

সমাধি - সমস্ত মহাপুৰুষাৰ্থ, স্থিৰ, ধ্যানৰ পৰৱৰ্ত্তী স্তৰ সমাধি। একাগ্ৰতা।

সম্বৰ বীৰ - শম্বৰাসুৰ। মহাবলী অসুৰ। এওঁ প্ৰদ্যুম্নক হৰণ কৰি যি পানীত পেলায় দিয়ে আৰু মৎস্যই গ্ৰাস কৰে। পুনৰ মাছৰ পেটৰ পৰা পাই মায়াৱতীক লালন পালক কৰিবলৈ দিয়ে। ৰতিদেৱীয়ে মায়াৱতীৰূপে শম্বৰাসুৰৰ গৃহত আছিল। প্ৰদ্যুম্ন ডাঙৰহৈ অসুৰক বধ কৰি মায়াৱতীক বিয়া কৰে।

সৰস্বতী - বাগেৱী। পৰমাত্মাৰ মুখৰ পৰা জন্ম হয়। বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱী।

সমিত্ৰ - জাম্বৱতীৰ পুত্ৰ। সুমিত্ৰ বা সুৰথ নামেৰেও জনাজাত।

সমিভাৰে - একত্ৰ গমণে।

সমুদ্ৰমন্থন - দুৰ্বাসাই ইন্দ্ৰক পাৰিজাত ফুল এপাহ দিয়ে আৰু ইন্দ্ৰই সেইফুল অনাদৰ কৰি ঐৰাৱতৰ মূৰত দিয়াত দুৰ্বাসাই ইন্দ্ৰক লক্ষ্মীভ্ৰষ্ট হ'বলৈ অভিশাপ দিয়ে। ঐৰাৱত, পাৰিজাত বৃক্ষাদি নষ্ট হোৱাত সমুদ্ৰ মন্থনৰ দ্বাৰা পুনৰ লক্ষ্মী, পাৰিজাত, অপ্সৰা আদি লাভ কৰে।

সম্বৰণ - এটা শক্তিশালী মন্ত্ৰপুত বান।

সম্বৰ - গৰম ঘিউ বা তেলত মচলা দি ব্যঞ্জন তৈয়াৰ কৰা ; ফোড়ন।

সম্বৰি - সংবৰণ বা নিবাৰণ।

সম্মোহন - মোহপ্ৰাপ্ত হোৱা শক্তিশালী শৰ। কামদেৱৰ পঞ্চবানৰ এক বান।

সল্ল-তোসল্ল - কৃষ্ণ-বলৰামৰ বিৰুদ্ধে কংসৰ নিয়োজিত দুটা মণি বা মল্ল।

সব্যসাচী - অৰ্জ্জুন, বাওঁ হাতেৰেও অস্ত্ৰ চলাব পাৰে বাবে সব্যসাচী।

সহস্ৰাৰ্জ্জুৰ্ণ - সহস্ৰ বাহুযুক্ত কাৰ্তবীৰ্য্যাৰ্জ্জুৰ্ণ। জমদগ্নিৰ সুৰভিক কাঢ়ি নিয়াৰ বাবে পৰশুৰামে বধ কৰে।

সহদেৱ - কনিষ্ঠ পাণ্ডৱ, মাদ্ৰীৰগৰ্ভত অশ্বিনীকুমাৰৰ ঔৰসত জন্ম হয়। জৰাসন্ধৰ পুত্ৰৰ নামো সহদেৱ।

সয়ম্বৰ বা সয়ম্বৰা - বিবাহস্থলীত কন্যাই ইচ্ছামতে বৰ বাচি মাল্যদান কৰে। সাধাৰণতে ৰাজকন্যাৰ ক্ষেত্ৰত প্ৰযোৰ্য্য।

সৰথ - সুৰথ বা সমিত্ৰ।

সৰযু - এখন নদী।

সহস্ৰাক্ষ - ইন্দ্ৰ, বিষ্ণু। বিষ্ণুসহস্ৰাক্ষ। অহল্যাৰ সতীত্ব নষ্ট কৰাৰ বাবে গৌতম মুনিয়ে ইন্দ্ৰৰ সহস্ৰযোনি হ'বলৈ অভিশাপ দিয়ে। ইন্দ্ৰৰ কাতৰ অনুৰোধৰ বাবেসহস্ৰযোনিৰ পৰিবৰ্তে সহস্ৰ অক্ষ হবলৈ গৌতমে কয়। তৃণাবৰ্ত অসুৰ পূৰ্ব্বজন্মত সহস্ৰাক্ষ নামধাৰী আছিল।

সাংখ্য - ষড় দৰ্শনৰ ভিতৰত কপিলৰ সাংখ্য দৰ্শন। সাংখ্যই ঈশ্বৰৰ অস্তিত্ব স্বীকাৰ নকৰে। পুৰুষ প্ৰকৃতিত হে গুৰুত্ব দিয়ে।

সাংখ্যযোগ - মহৰ্ষি কপিল প্ৰণীত দৰ্শন। পঞ্চবিংশতি তত্ব সাংখ্যৰ তত্ব।

সাংখ্যায়ন - এজন মুনি। এওঁৰ ধৰ্ম্ম পৰমহংস ধৰ্ম্ম।

সাতধাতু - ৰস-ৰক্ত-মাংস-মেদ-অস্থি-মজ্জা-শুক্ৰ।

সাধ্য - সাধন যোগ্য। সাধনীয়।

সাত্যকি - সত্যকৰ পুত্ৰ। কৃষ্ণৰ শিষ্য আৰু যোদ্ধা। কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱৰ পক্ষ হৈ যুদ্ধ কৰিছিল।

সাগৰ সঙ্গম - নদী সাগৰত লীনযোৱা স্থান।

সা বিদ্যা তন্মতিৰ্যয়া - সাস্ত্ৰাভ্যাস বা অধ্যয়নৰ দ্বাৰা যি জ্ঞান লাভ হয়, সেই জ্ঞানে মানুহৰ মোক্ষলাভ নহয়, যি বিদ্যাই মানুহৰ চিত্তক একনিষ্ঠ কৰি

ভক্তি আনি দিয়ে সিহে আচল বিদ্যা।

সাধুচয় - সৎলোক সকল। ধাৰ্ম্মিক মহন্তগণ।

সান্দীপনি - কৃষ্ণ-বলৰামৰ শিক্ষাগুৰু। মহাযোগী। তেওঁৰ পুত্ৰ মৃতহোৱাত কৃষ্ণই সমুদ্ৰ গৰ্ভৰ পৰা উদ্ধাৰ কৰি আনে।

সামবেদ - গানৰূপে আবৃত্তি কৰিব পৰা বেদ। ঋকমন্ত্ৰৰ সুৰ দি সামবেদত গোৱা হয়।

সাযুজ্য - পঞ্চম মুক্তিৰ একমুক্তি, ব্ৰহ্মৰ সৈতে এক হৈ যোৱাই সাযুজ্যমুক্তি।

সাৰঙ্গধনু - বিষ্ণু বা কৃষ্ণৰ ধনু।

সাৰাৎসাৰ - সাৰৰ ভিতৰত সাৰ। শ্ৰেষ্ঠতম।

সাবিত্ৰী - (১) সত্যবানৰ পত্নী (২) বেদমাতা গায়ত্ৰী।

সালঙ্কাৰা - অলঙ্কাৰ সহিত, ভূষণ-ভূষিতা।

সালোক্য - ইষ্টদেৱতাৰ লগত সমলোকত বাস।

সিদ্ধ - ত্ৰিকালজ্ঞ মুনি।

সিন্ধুৰাজ - মহাসাগৰ।

সিংহদ্বাৰ - সিংহমূৰ্ত্তি চিহ্নিত প্ৰৱেশদ্বাৰ।

সিংহদ্বাৰ - ধবজা সিংহদুৱাৰৰ ওপৰৰ পতাকা।

সিংহিকা নন্দন - দক্ষকন্যা সিংহিকাৰ পুত্ৰ।

সিন্ধুজা - সমুদ্ৰ বা নদী।

সিন্ধুৰাজ্য - সিন্ধুদেশ।

সীতা - জনকৰ পালিতা কন্যা, ৰামৰ পত্নী। সীতাৰ বাবেই ৰামে লঙ্কা আক্ৰমণ কৰি ৰাক্ষস কুল ধ্বংস কৰে।

সুগ্ৰীব - বালিৰ ভাতৃ। ৰামচন্দ্ৰৰ মিত্ৰ, কিষ্কিন্ধ্যাৰ ৰজা।

সুতপা প্ৰজাপতি - এগৰাকী প্ৰজাপতি।

সুতল - সপ্ত পাতালৰ এখন।

সুদৰ্শন চক্ৰ - মহাদেৱৰ আদেশত বিশ্বকৰ্ম্মাই সৰ্ব্ব দেৱতাৰ তেজ সংমিশ্ৰণ কৰি এই চক্ৰ-অস্ত্ৰ প্ৰস্তুত কৰে। দৈত্য-দানব বধৰ অৰ্থে এই চক্ৰ মহাদেৱে বিষ্ণুক প্ৰদান কৰে।

সুদৰ্শন বিদ্যাধৰ - অজগৰ, নন্দন গ্ৰাস কৰিবলৈ উদ্যত হওঁতেই কৃষ্ণই সৰ্পক স্পৰ্শ কৰাত বিদ্যাধৰলৈ ৰূপান্তৰিত হৈ মুক্তি পায়।

সুদামা - এজন মালী। এইমালাকাৰে কৃষ্ণক মাল্যদান কৰি কৃষ্ণৰ প্ৰিয় হয়।

সুদক্ষিণ - পৌণ্ড্ৰক।

সুদাস - আৰ্যৰজা বহু যজ্ঞ কৰিছিল, সুদাসতীৰ্থ এও প্ৰতিষ্ঠা কৰে।

সুধৰ্ম্মা-সভা - স্বৰ্গৰ ইন্দ্ৰৰ ৰাজসভা, কৃষ্ণৰ আদেশত উগ্ৰসেনৰ প্ৰতি এই সভা দান কৰে। কৃষ্ণৰ নিৰ্ব্বাণৰ লগে লগে পাৰিজাত সহ এই সভা স্বৰ্গলৈ যায়।

সুধাই - জিজ্ঞাসা কৰি, অনুসন্ধান কৰি।

সুনন্দ-নন্দ - মৰ্ত্যলোকত থকা বিষ্ণুপৰায়ণ লোক সকল।

সুধাংশু - চন্দ্ৰ, অমৃতময় কিৰণ দিওঁতা।

সুনাভ - সুদৰ্শন চক্ৰ।

সুপৰ্ণ - কশ্যপ আৰু বিনতাৰ অৰুণ আৰু গৰুড় দুই পুত্ৰ। গৰুড় পক্ষীৰাজ কদ্ৰুৰ দাসী বিনতা। মাতৃৰ মুক্ত কৰিবৰ কাৰণে গৰুড়েঅমৃত আৰু সুধা ইন্দ্ৰৰ পৰা বিচৰাত যুদ্ধ হয়। ইন্দ্ৰই বজ্ৰপ্ৰহাৰ কৰাত গৰুড়ে পাখিৰ পৰা এটি পৰ্ণ (দেহৰক্ষক)ৰ সৃষ্টি কৰিলে। সেয়ে সুপৰ্ণ।

সুবৰ্ণ-ভৃঙ্গাৰ - সোণৰ জলপাত্ৰ।

সুভদ্ৰ - কৃষ্ণপত্নী ভদ্ৰাৰ গৰ্ভে জাত দহপুত্ৰৰ ভিতৰত অন্যতম।

সুভদ্ৰা - বসুদেৱ-ৰোহিনীৰ জীয়েক। বলোৰামৰ ভনীয়েক। অৰ্জ্জুনে হৰণ কৰে। পুত্ৰ অভিমন্যু।

সুবেল - চিত্ৰকূট পৰ্ব্বত।

সুমতি - মহাধাৰ্ম্মিক ৰজা ভৰতৰ পুত্ৰ। সুবিখ্যাত পুৰাণ বিদ।

সুমন্ত - মহামুনি ব্যাসৰ শিষ্য। এওঁৰ বাহিৰে অসিত, দেৱল, বৈশম্পায়ন, জৈমিনী ব্যাসৰ শিষ্য।

সুমালী - ৰাক্ষস সুকেশ ও দেৱৱতীৰ তিনিপুত্ৰ মাল্যবান, সুমালী আৰু মালী।

সুমেৰু - মেৰু পৰ্ব্বত। উত্তৰ মেৰু। সুবনগিৰি, দেৱসবৰ বাসস্থান।

সুমিত্ৰা - দশৰথৰ পত্নী। লক্ষ্মণ আৰু শত্ৰুঘ্নৰ মাতৃ।

সুৰ - দেৱতা।

সুৰাসুৰ - সুৰ + অসুৰ। সুৰ-দেৱতা, অসুৰ-কুভাব বিশিষ্ট লোক।

দেৱতা আৰু অসুৰ।

সুৰুচি - উত্তান পাদৰ ২য় পত্নী, উত্তমৰ মাতৃ।

সুৰসেন - বা শূৰসেন- যদুবংশীয় লোক। পিতা দেৱমীৰ। এওঁ মথুৰাধিপতি। উগ্ৰসেন আৰু বসুদেৱ সুৰসেনৰ পুত্ৰ। কুন্তী ১মা কন্যা আৰু ২য়া কন্যা শ্ৰুতশ্ৰৱা।

সুৰা - মদ্য। মদ্য ৩ প্ৰকাৰ - গৌড়ী গুৰুৰ পৰা, পুষ্পৰস বা মধুৰ পৰা 'মাধবী' ভাতৰ পৰা পৈষ্ঠী সুৰা।

সূচি - বেজি। নৰ্তকী।

সূত - সাৰথি, ব্ৰাহ্মণীৰ গৰ্ভত ক্ষত্ৰিয়ৰ ঔৰসত জাত প্ৰতিলোমজ জাতি। ব্যাসৰ শিষ্য, লোমহৰ্ষণ পুৰাণ বক্তা।

সূতিকা আগাৰ - সূতিকা গৃহ নিমাৰ্ণৰ দীঘ-প্ৰস্থাদিৰ বিৱৰণ থকা সম্পৰ্কীয়।

সূৰ্পণখা - বিশ্ৰবা মুনিৰ আৰু কৈকসীৰ পুত্ৰী সূৰ্পণখা ভীষণ ভয়লগা আকৃতিৰ ৰাক্ষসী। বিদ্যুৎ জিহ্বলৈ বিয়া দিয়া হয়। ভুলক্ৰমে ৰাৱণৰ হাতত নিধন হোৱাত সূৰ্পণখাক পঞ্চৱতী বনত ৰখীয়াসহ বিচৰণ কৰিবলৈ দিয়ে। লক্ষ্মণৰ হাতত নাক কটা যায়।

সূৰ্পবাত - 'সূৰ্প' মানে- কুলা, 'বাত' মানে- বায়ু। কুলাৰ ৰতাহ, অস্পৃশ্য বায়ু।

সূৰ্য্য - শক্তিৰ আধাৰ। অগ্নি-ৰুদ্ৰ আৰু বিষ্ণুৰ লগত অভিন্ন।

সূৰ্য্যবংশ - সূৰ্য্যৰ পুত্ৰ বৈবস্বত মনু। বৈবস্বত মনুৰ পুত্ৰ ইক্ষ্বাকু আৰু এওঁৰ সতি-সন্ততি, সগৰ, ভগীৰথ, দশৰথ, ৰাম আদি। ৰামায়ণ সূৰ্য্যবংশৰ কীৰ্ত্তিকথা।

সৃষ্টিকৰ - জগত স্ৰষ্টা, ব্ৰহ্মা।

সেতুবন্ধ-ৰামেশ্বৰম - মাদ্ৰাজৰ মাদুৰা জিলাৰ এখন তীৰ্থ। লঙ্কালৈ যোৱা দলং।

সৈৰিন্ধ্ৰী - ৰাজ অন্তঃপুৰত ৰাণীৰ কেশাদি পৰিচৰ্য্যা কৰা নাৰী। অজ্ঞাত বাস কালত দ্ৰৌপদীয়ে বিৰাট ৰজাৰ ৰাণী সুদেষ্ণাৰ পৰিচৰ্য্যা কৰিছিল এই নামলৈ।

সোমদত্ত - কুৰুবংশৰ এজন ৰজা, বহ্লিকৰ পুত্ৰ।

সোমবংশ - চন্দ্ৰবংশ। এই বংশৰ প্ৰধান ৰজাসকল পুৰুৰবা, আয়ু নহুষ, যযাতি, পুৰু, যদু, ধৃতৰাষ্ট্ৰ, পাণ্ডু আদি।

সোহং - ব্ৰহ্মাৰ সৈতে। আত্মাৰ অভিন্নত্ব বোধক তত্ত্ব।

সোমৰস - সোমলতাৰ ৰস। মাদক দ্ৰব্য গুণযুক্ত ৰস।

সৌতি - সূতবংশৰ শ্ৰেষ্ঠ সন্তান। পুৰাণ পাঠক।

সৌধ - সুধা-ধবলিত গৃহ। ৰাজভৱন।

সেবীৰ - ('সিন্ধু' দ্ৰষ্টব্য চাওক)।

সৌভৰি - এজন ঋষি। তপৰ প্ৰভাৱেৰে ৰূপ-যৌৱন ঘূৰাই পাই মান্ধাতাৰ ৫০জনী কন্যাক বিয়া কৰায়। অৱশেষত বিৰক্ত হৈ ভগৱানত লীন যায়।

সৌৰি - যম, শনি, কৃষ্ণ।

সৌৰাষ্ট্ৰ - সৌৰাষ্ট্ৰ ৰাজ্য, গুৰ্জৰ ৰাজ্য।

স্তেয়ী - চৌৰ্য, চুৰিকাৰ্য্য।

স্ত্ৰীজিত - স্ত্ৰৈন স্ত্ৰীৰ বশীভূত পুৰুষ।

স্থানু - স্থিৰ, শাখাহীন বৃক্ষ, খুটা বা গোঁজ।

স্থাৱৰজঙ্গম - স্থিতিশীল ও গতিশীল।

স্বায়ম্ভুব মনু - প্ৰথম মনু, এওঁৰ পাচত ১৩জন মনুৰ জন্ম হয়। পত্নী শতৰূপা।

স্বেদজ - ঘামৰ পৰা যাৰ জন্ম হৈছে।

স্ৰুব-স্ৰুচ - হোমদণ্ড

স্থূনাকৰ্ম - কুবেৰৰ মন্ত্ৰী। স্থূনা মানে- কামদেৱ, এনে ধৰণ ৰ কান যাৰ।

স্মৰহৰ - শিৱ।

স্মৃতিসাস্ত্ৰ - স্মৰণে সঞ্চিত যি জ্ঞান গুৰু-শিষ্যৰ মুখে মুখে প্ৰচলিত হৈছিল। এনে অৰ্থত বেদো স্মৃতি। ধৰ্ম্মসংহিতা সমূহেই স্মৃতিশাস্ত্ৰ।

স্যমন্তক মনি - দেৱযুক্ত মনি। প্ৰথমে ইন্দ্ৰৰ ওচৰত আছিল। তাৰ পাচত শঙ্খচূড়ে পায়, তেওঁক বধি কৃষ্ণই পায়। কৃষ্ণৰ পৰা শ্ৰীৰাধাই পায় আৰু অৰ্ঘ্য হিচাবে সূৰ্য্যক অৰ্পন কৰে। সত্ৰাজিতে সূৰ্য্যৰ পৰা পায়। ইত্যাদি।

স্যমন্ত পঞ্চ - এখন তীৰ্থ।

স্বৰ্ণকাঞ্চী - চন্দ্ৰহাৰ।

স্বৰ্পাৰক - তীৰ্থক্ষেত্ৰ।

স্বস্ত্যয়ণ - মঙ্গলৰ বাবে কৰা অনুষ্ঠান।

স্বাৰূপ্য সমানৰূপ, এবিধ মুক্তি।

স্বৈৰিণী - স্বেচ্ছাচাৰিনী, ব্যভিচাৰিনী।

## ।।'হ'।।

হংসৰূপ - তপস্বী, বিষ্ণু, ব্ৰহ্মা, শিৱ, সূৰ্য্য, পৰমাত্মা।

হটবাদ - অবিবেকিতা, বিচাৰ শূন্যতা।

হনুমান-হনুমন্ত - বায়ুৰ ঔৰসত, অঞ্জনাৰ গৰ্ভত জন্ম হয়। ৰামভক্ত।

হয় - ঘোঁৰা।

হয়গ্ৰীৱ - দৈত্যবিশেষ। বিষ্ণুৰ অৱতাৰ।

হৰ - শিৱ, মায়া-মমতা হৰণ কৰোঁতা।

হৰি - বিষ্ণু, কৃষ্ণ, নাৰায়ণ।

হৰিবংশ - বিষ্ণুৰ মাহাত্ম্য, কৃষ্ণৰ বংশৰ বৰ্ণনা থকা কাব্য।

হৰিদ্বাৰ - হিমালয়ত অৱস্থিত বিশেষ তীৰ্থস্থান।

হৰিশ্চন্দ্ৰ - সূৰ্য্যবংশৰ শ্ৰেষ্ঠৰজা। পিতাকৰ নাম ত্ৰিশঙ্কু, পত্নীৰ নাম শব্যা, পুত্ৰৰ নাম ৰোহিতাশ্ব। এওঁ দান, ধ্যান আৰু ন্যায় বিচাৰ থকা ৰজা। সত্যৰ বাবে ৰাজ্য ধন-ভাৰ্য্যা-পুত্ৰাদি বিক্ৰি কৰি নিজেও চণ্ডালত্ব গ্ৰহণ কৰে।

হৰিবৰ্ষ - জম্বুদ্বীপৰ নৱবৰ্ষৰ অন্যতম।

হৰিহয় - ইন্দ্ৰদেৱতা।

হল - কৰ্ষণ কৰা, লাঙ্গল, কৃষক, বলৰাম।

হবি - হোমৰ ঘিঁউ।

হব্য - আহুতি সাধন।

হব্যবাহ - অগ্নি।

হস্তিনাপুৰ - চন্দ্ৰবংশীয় 'হস্তি' নামৰ ৰজাৰ দ্বাৰা নিৰ্ম্মিত নগৰ। প্ৰাচীন দিল্লী নগৰ।

হাঁকাৰি বা হাঙ্কাৰিয়া - হুঙ্কাৰ ধ্বনি।

হাহা আৰু হুহু - স্বৰ্গৰ গন্ধৰ্ব্ব, সূৰ্য্যৰ শ্ৰেষ্ঠ গায়ক।

হিৰন্ময় - স্বৰ্ণময়, সোণহালধীয়া, পৰব্ৰহ্ম।

হিৰণ্যকশিপু - আদি দৈত্য, প্ৰহ্লাদৰ পিতৃ। বিষ্ণুৱে নৰসিংহৰূপ ধৰি হিৰণ্যকশিপুৰক বধ কৰে।

হিৰণ্যাক্ষ - হিৰণ্যকশিপুৰ ভাতৃ। বৰাহৰূপী বিষ্ণুৱে বধ কৰিছিল।

হিৰণ্যনাভ - ইক্ষ্বাকু বংশীয় ৰজা সৃঞ্জয়ৰ পুত্ৰ। নাৰদৰ অনুগ্ৰহত মৰি মৰি জীৱন পায়।

হুতভোজী - অগ্নি।

হুতাশন - অগ্নি।

হূণ - যবণ, শক, হূণ আদি জাতি।

হৃষীকেশ - জ্ঞানেন্দ্ৰিয়ৰ ঈশ্বৰ।

হেতি - অস্ত্ৰ-শস্ত্ৰ। সূৰ্য্যৰ কিৰণ।

হৈহয় - পুৰুহিত।

হোত্ৰবান - কাশীৰাজ হিৰণ্যবৰ্ণৰ শশুৰ অথাৰ্ৎ অম্বা, অম্বালিকাৰ জননী কৌশল্যাৰ পিতাক।

হ্ৰেষণি - ঘোঁৰাৰ চিঞৰ বা মাত।

## ।। 'ক্ষ' ।।

ক্ষত্ৰীয় - পৰমশক্তিমান, ক্ষত্ৰিয়, চতুৰ্বৰ্ণৰ এটি বৰ্ণ বাজাতি। ব্ৰহ্মাৰ বাহুৰ পৰা ক্ষত্ৰিয়ৰ সৃষ্টি।

ক্ষয়াহ - কৃষ্ণপক্ষীয় শেষ দিৱস। অমাবশ্যা।

ক্ষিতি - পৃথিৱী, ৰাজ্য। পঞ্চভূতৰ একভূত।

ক্ষীৰসাগৰ - সপ্তসাগৰৰ এখন সাগৰ - গাখীৰৰ সাগৰ, শ্বেতসাগৰ।

ক্ষীৰোদধি - ক্ষীৰ বা গাখীৰৰ দৰে স্বাদুজলৰ সমুদ্ৰ। প্ৰলয় অৱসান কালত এই সাগৰৰ জলত অনন্তশয্যাত যোনিনিদ্ৰাত থাখে নাৰায়ণ।

ক্ষুৰপ্ৰ - ক্ষুৰতুল্য তীক্ষ্ণ বান বিশেষ। নাৰাদ, ভিন্দিপাল আদি শৰ।

ক্ষেত্ৰ - ভূমি, স্থান, শৰীৰ , তীৰ্থস্থান।

ক্ষেত্ৰজ্ঞ - জীৱাত্মা বা পৰমাত্মা। অন্তৰ্য্যামী পুৰুষ।

ক্ষেত্ৰজ - নিজৰ পত্নীৰ গৰ্ভত আনপুৰুষৰ দ্বাৰা সন্তান উৎপাদন।

ক্ষেপানাথ - ক্ষেপা মানে পাগল, উন্মত্তদেৱ, মহাদেৱ, শিৱ।

ক্ষেত্ৰঙ্কৰী - ক্ষেম অৰ্থাৎ ক্ষমা, বা মঙ্গল, দুৰ্গা, পাৰ্ব্বতী।

ক্ষৌনীবস্ত্ৰ - পাতৰ বস্ত্ৰ।

## দ্বিতীয় খণ্ড

## নামঘোষা

ঘোষা নং ঃ

| | | | |
|---|---|---|---|
| ১ | নিস্পৃহ | ঃ | আগ্ৰহ নথকা, অনাসক্ত |
| | ৰসময় ভকতি | ঃ | প্ৰেমভক্তি, ৰসসিক্ত ভ |
| | সমস্ত মস্তক মণি | ঃ | শিৰোৰত্ন, শ্ৰেষ্ঠতমদেৱ |
| ২ | ভৱসিন্ধু | ঃ | সংসাৰ সাগৰ, বিষয় সংসাৰ, প্ৰপঞ্চ, মায়া সংসাৰ |
| | পৰম্পদ | ঃ | শ্বাশ্বত, চিৰস্থায়ী, সদায় থকা |
| | উপাসা | ঃ | উপাসনা কৰা |
| ৩ | কুৰ্ম্ম | ঃ | কাছ, কচ্ছপ |
| | নৰসিংহ | ঃ | ভাৰতৰ অৱতাৰ, মূৰৰ ফালে সিংহাকৃতি আৰু তলৰ অংশ নৰ বা মানুহৰ দৰে। হিৰণ্যকশিপুক বধ কৰে। |
| | হলিৰাম | ঃ | বলৰাম, সঙ্কৰ্ষণ, বলভদ্ৰ |
| | বৰাহ | ঃ | গাহৰি, বৰাহৰূপী বিষ্ণু |
| | কৃষ্ণ | ঃ | প্ৰেমৰ অৱতাৰ, পূৰ্ণ অৱতাৰ |
| | বুদ্ধ | ঃ | জ্ঞানী, জ্ঞানৰ অভাৱ |
| ৪ | একান্ত | ঃ | একাগ্ৰভাৱৰ, এক কৃষ্ণদেৱতাত যাৰ পূৰ্ণ বিশ্বাস আছে। |
| | নিৰ্গুণ কৃষ্ণ | ঃ | সত্ত্ব-ৰজ-তম গুণৰ অতীত, মায়াতীত, গুণহীন, উপাধিবিহীন। |
| | যোগী | ঃ | যোগ্যভ্যাসৰ যোগে পৰমেশ্বৰত একাগ্ৰ হোৱা সাধক। |

| | | | |
|---|---|---|---|
| ৫ | কৰ্মত বিশ্বাস | ঃ | কৰ্মকাণ্ড মাৰ্গী । যাগ-যজ্ঞ-তপ-হোম-পূজা তীৰ্থ, দান আদিত বিশ্বাস; দেৱ-দেৱীত বিশ্বাস, ইন্দ্ৰিয়াসজিত বিশ্বাস। |
| | অহঙ্কাৰ | ঃ | মহেই সৰ্বস্ব বুলি ভবা, জীৱাত্মা |
| ৬ | শুদ্ধভাৱে | ঃ | এক ভগৱান কৃষ্ণকে দেৱবুলি দৃঢ় বিশ্বাসেৰে ভবা, পবিত্ৰ অন্তঃকৰণেৰে। |
| | শৰণ | ঃ | এক ভগৱানত দেহ বাক্য মন সম্পূৰ্ণভাৱে উছৰ্গা কৰি আশ্ৰয় গ্ৰহণ । |
| | সুহৃদ | ঃ | প্ৰিয়তমভাৱে, অতি আপোনভাৱে। |
| | প্ৰসাদে | ঃ | অনুগ্ৰহত, কৃপাত । |
| | বিঘ্নিৰ মুণ্ডত | ঃ | আধিদৈৱিক, আধিভৌতিক, আধ্যাত্মিক — তিনি তাপৰ ওপৰত, বিপদ-বিঘিনিৰ শিৰোভাগ। |
| ৭ | সকল নিগম | ঃ | বেদাদিশাস্ত্ৰ, নিগম বা নিবৃত্তি শাস্ত্ৰৰাজি, জ্ঞান ভক্তি মাগী শাস্ত্ৰাদি । |
| | অবিনাশী ফল | ঃ | অমৰ ৰত্ন অৰ্থাৎ কৃষ্ণনামামৃত । |
| | ভৱ কূপ | ঃ | সংসাৰৰূপী অন্ধকাৰ কুঁৱা । সংসাৰ তমসাচ্ছন্ন। |
| ৮ | অব্যক্ত | ঃ | ব্যক্তৰূপত নেদেখা, অমূৰ্ত্ত, অৱভাসশূন্য। |
| | ব্যাপকত | ঃ | সকলো প্ৰাণী পদাৰ্থতে বিৰাজমান। সৰ্বব্যাপক। |
| | কিবা বিসৰ্জন | ঃ | কেনেকৈ বা ক'ত বিসৰ্জন দিব পাৰি, অৰ্থাৎ ক'তো নোৱাৰি। |
| | এতাৱন্ত | ঃ | ইমানেই (মূৰ্ত্তিহীন অৰ্থাৎ নিৰাকাৰ) । |
| | ৰাম বুলি | ঃ | 'নাম' ব্ৰহ্ম, নাদব্ৰহ্ম, ভগৱন্তৰ পৰম মঙ্গল - নাম অমিয়া। |
| ১০ | নদীৰ জল | ঃ | তীৰ্থজল |
| ১১ | নিৰাশা | ঃ | তিনিগুণৰ অতীত, নিৰ্গুন কৃষ্ণ |
| | আশাক | ঃ | গুণময় সংসাৰৰ আমোদ |

| | | | |
|---|---|---|---|
| ১২ | অৱস্থা | ঃ | বাল্য-যুৱা বৃদ্ধকাল |
| | বাহিৰে-ভিতৰে | ঃ | বাহ্যিক পবিত্ৰতা আৰু চিত্ত শুদ্ধিতা। |
| ১৩ | পুন্যৰ নিদান ভূত | ঃ | পুন্যৰ বাবে জন্মা (নিদান কাৰণে বা বাবে)। |
| | নাৰায়ণ | ঃ | নাৰ্ + আয়ন (পানীত থকা) জলাশায়ী নাৰায়ণ। |
| | পাপৰ নিদান ভূত | ঃ | পাঁপৰ কাৰণে জন্মা । |
| | নামে অৰ্থবাদ | ঃ | 'নাম'ত বিতৰ্ক কৰা, যুক্তি প্ৰদৰ্শনাদি কৰা. |
| ১৪ | 'ৰ' কাৰাদি নাম | ঃ | ৰাম নামৰ আদি আখৰ 'ৰ' কাৰ উচ্চাৰণ কৰিলেই ৰাম বুলিব বুলি ধাৰণা হয়। |
| | শঙ্কএঁৱো | ঃ | শঙ্কা কৰোঁ, ভাবো, বিশ্বাস হয়। |
| ১৫ | দুৰ্বাসনা | ঃ | বিষয় বাসনা |
| ১৬ | দিগম্বৰ | ঃ | দিক + অম্বৰ, দহাদিক + কাপোৰ বা আবৰণ, নঙঠা, দহদিকেই . যাৰ বস্ত্ৰ অৰ্থাৎ শিব (বস্ত্ৰহীন) |
| ১৭ | নিশ্চল | ঃ | অচলা |
| ১৯ | মোক্ষ আদিৰসে | ঃ | মুক্তি কামনা নকৰে, ভক্তিত মুক্তি পায় । |
| ২০ | কলি নবাধয় | ঃ | মিছা বেশ্যা, নিচা, এলাহ-হিংসা-শোক-মোহ-ভয় আদি কলিৰ মলি, এইবোৰে কাষ চাপিব নোৱাৰে। |
| ২১ | চাণ্ডাল পৰ্যন্ত | ঃ | সদাচাৰী ব্ৰাহ্মণৰ পৰা চণ্ডাললৈকে। |
| | নিজ যশ প্ৰিয় ভৈল | ঃ | নিজৰ গুণ-যশ ভালপোৱাটো নিম্নস্তৰৰ লোকৰ স্বভাৱ। ভগৱন্তই ভকতৰ প্ৰতি দয়ালু হৈ নিজৰ যশ গুণকো গ্ৰহণ কৰে। |
| ২২ | ইন্দ্ৰিয়গন | ঃ | পঞ্চজ্ঞানেন্দ্ৰিয় + পঞ্চকৰ্ম্মেন্দ্ৰিয় + মন = একাদশ ইন্দ্ৰিয়, বুদ্ধিচিত অহঙ্কাৰ আদি অন্তৰেন্দ্ৰিয় । |
| | ভূত | ঃ | পঞ্চমহাভূত মাটি-পানী-বায়ু-আকাশ-অগ্নি । |
| | জড়ৰাশি | ঃ | ইন্দ্ৰিয়-ভূত-প্ৰাণ-মন-বুদ্ধি আদিবোৰ অচেতন বা জড় । |

| | | | |
|---|---|---|---|
| ২৩ | ভৱ তৰিবাৰ | ঃ | সংসাৰৰূপী সাগৰত নৌকাৰে পাৰহ'বলৈ অৰ্থাৎ উদ্ধাৰ পাবলৈ। |
| ২৪ | বিষ্ণু পাদোদকী গঙ্গা | ঃ | বিষ্ণু পুৰাণৰ মতে সৰস্বতীৰ ৰাগিনীত বিষ্ণুৰ শৰীৰৰ পৰা ওলোৱা ঘাম লক্ষ্মী সৰস্বতীয়ে কমণ্ডলুত ভৰাই থৈছিল, বামণ অৱতাৰত ব্ৰহ্মাই এই জলেৰে বামণৰ ভৰি প্ৰক্ষালন কৰে। তাৰে এসুতি মৰ্তলৈ বৈ আহে আৰু সেয়ে গঙ্গা। এসুতি শিৱৰ জটাত সোমায়গৈ। |
| ২৫ | পুণ্যঅৰণ্য | ঃ | যাগ-যজ্ঞ-পূজা আদিবোৰ পুন্যকৰ্ম আৰু এইবোৰক একত্ৰে পুন্য অৰণ্য বোলা হৈছে আৰু মাধবৰ নাম এইবোৰৰ ভিতৰত সিংহস্বৰূপ। |
| ২৭ | দুৰ্লভ মনুষ্যতনু | ঃ | গছ কীট আদিৰ পৰা আৰম্ভ কৰি চৌৰাশী লক্ষ যোনি অতিক্ৰম কৰিহে মানবীতনু লাভ হয় বাবে দুৰ্লভ তনু বোলা হৈছে। |
| | বিষয়ৰ আশা | ঃ | ৰূপ-ৰস, গন্ধ শব্দ স্পৰ্শ ভোগৰ আসক্তিৰ পৰা মুক্ত হোৱা । |
| ২৯ | নিয়ম-সংযম | ঃ | নিয়ম পাঁচ বিধ — অক্ৰোধ, গুৰু শুশ্ৰূষা, আহাৰ লাঘৱ, অপ্ৰমাদ। সংযম হৈছে ব্ৰত আদিৰ পূৰ্বে হৃতিজ ভোজন, সমাধি ইত্যাদি। |
| ৩১ | আছয় উপায় আন | ঃ | যোগ্য, তপস্যাদি। |
| | বিঘিনি ৰহিত | ঃ | বিঘিনিৰে পূৰ্ণ । |
| ৩২ | লুব্ধমতি | ঃ | লুভীয়া |
| ৩৪ | পাষণ্ড আচাৰ | ঃ | বৌদ্ধ তান্ত্ৰিকতা আদি। |
| ৩৫ | বৈৰাগ্যত | ঃ | স্বাৰ্থহীনতা । |
| | প্ৰবোধত | ঃ | আত্ম সন্তোষ্টি । |
| | ৰিপু | ঃ | কামনা বাসনাদি প্ৰধান শত্ৰু । |
| ৩৬ | লক্ষ্মীপতি | ঃ | ঐশ্বৰ্যৰ গৰাকী কৃষ্ণ |
| | নাৰায়ণ পৰ | ঃ | ভগৱৎ পৰায়ণ |

| | | | |
|---|---|---|---|
| ৩৭ | চাৰু | ঃ | ধুনীয়া, মনোৰাম |
| | মুখ নয়নৰ পানপাত্ৰ | ঃ | কৃষ্ণৰ মুখ লক্ষ্মীৰ অতি তৃপ্তিদায়ক সামগ্ৰী। |
| | দিগপাল | ঃ | দহদিকৰ ৰক্ষক — যম, অগ্নি, নৈঋত, ইন্দ্ৰ, বায়ু, বৰুণ, কুবেৰ, মহাদেৱ, ব্ৰহ্মা, অনন্ত। |
| ৩৮ | পদৰেণু | ঃ | পদধূলা |
| | অভিষেক | ঃ | গাত সিঁচি দিয়া |
| ৩৯ | উত্তম শ্লোকৰ | ঃ | পৰমেশ্বৰ তত্ব কথা |
| | সতীমতি | ঃ | মন শুদ্ধ হয় |
| ৪১ | আত্ম ঈশ্বৰক লাগ | ঃ | মায়া দূৰ হ'লে শৰীৰস্থ ঈশ্বৰক লগ পোৱা যায়। |
| | অবিদ্যাত | ঃ | দেহক আত্ম বুদ্ধি কৰা অবিদ্যা |
| | অবিদ্যা | ঃ | মায়া |
| ৪২ | ঘোৰ নৰকত | ঃ | বিষয় বাসনাত। তামিশ্ৰ, অন্ধতামিশ্ৰ, ৰৌৰৱ, কুম্ভীপাক, অসিপত্ৰ, শূকৰমুখ আদি নৰক। |
| ৪৩ | তাৰ শিষ্য ভৈলপুত্ৰপ্ৰায় | | সংসাৰ-অৰণ্য, তৰ্কশাস্ত্ৰ -বাঘিনী, তাৰ্কিক-বাঘস্বামী, তাৰ্কিকৰ শিষ্য- বাঘ পোৱালি। পাণ্ডিত্যই মুক্তি দিব নোৱাৰে, পণ্ডিতক মাধবেহে মুক্তি দিয়ে। |
| ৪৪ | সৰ্বশ্ৰুতি শিৰোৰত্ন | ঃ | বেদ ৰ সাৰতত্ব অৰ্থাৎ মহাভাগৱত |
| ৪৫ | ডুকৃঞ | ঃ | ব্যাকৰণ সধা, তৰ্ক |
| ৪১ | আত্ম ঈশ্বৰক লাগ | ঃ | মায়া দূৰ হ'লে শৰীৰস্থ আত্মাক জানিব পাৰে। |
| | কণ্ঠলগ্নমণি | ঃ | ডিঙিত থকা মণিৰ দৰে দেহতে থকা আত্মা ঈশ্বৰ। |
| ৪৩ | উপনিষদ ধেনু | ঃ | সংসাৰ অৰণ্য, তৰ্কশাস্ত্ৰ- বাঘিনী, তাৰ্কিক-বাঘিস্বমী, পুত্ৰপ্ৰায়- তাৰ্কিকৰ শিষ্যবৰ্গ। |
| ৪৪ | সৰ্বশ্ৰুতি শিৰোৰত্ন | ঃ | বেদৰ সাৰভাগ অৰ্থাৎ ভাগৱত। |
| ৪৫ | গোবিন্দ | ঃ | বেদৰ অধিপতি |
| ৪৭ | মুগুধ | ঃ | মূৰ্খ, জ্ঞানহীন |
| ৪৯ | পৰলোক সময়ৰ | ঃ | মৃত্যুৰ সময়ত |

| | | | |
|---|---|---|---|
| | মলমতি | ঃ | পাপী |
| ৫২ | কোনকালে কদাচিত | ঃ | সত্য-ত্ৰেতা-দ্বাপৰ-কলি কোনো কালতে। |

কো-বা, কো-বা কোন ফালে ক'ত।

| | | | |
|---|---|---|---|
| ৫৫ | শাস্ত্ৰৰ নয় | ঃ | শাস্ত্ৰৰ মত বা তত্ত্ব |
| ৫৭ | আগম | ঃ | বেদৰ কৰ্মকাণ্ড |
| | নিগম | ঃ | বেদৰ জ্ঞানকাণ্ড |
| ৫৮ | ঐশ্বৰ্য ভোগৰ মদে | ঃ | ধন পুত্ৰ দাৰা সম্পত্তিৰ গৰ্বত |
| ৬১ | যথা কথঞ্চিত ৰূপে | ঃ | ক্ষুদ্ৰ শক্তি অনুসাৰে |
| ৬২ | সহজ বাসনা ৰূপে | ঃ | ভগৱানক সহজভাৱে ভবা |
| ৬৩ | নিৰঞ্জন | ঃ | নিঃ + অঞ্জন = ৰহন নোহোৱা, মাহায়ীন |
| | দৈৱকী দায়াদ | ঃ | দৈৱকীৰ পুত্ৰ কৃষ্ণ |
| | প্ৰসাদ | ঃ | অনুগ্ৰহ, দয়া |
| ৬৬ | তাৰমই সীমা | ঃ | পৃথিৱীৰ ভিতৰত থকা পাপীসকলৰ ভিতৰত অতিপাপী। |
| ৬৮ | নিৰ্যান | ঃ | ধ্বংস, নাইকিয়া কৰা |
| ৭২ | অনুনাথনা | ঃ | দাসত্ব স্বীকাৰ |
| ৭৩ | জ্ঞান অখণ্ডিত | ঃ | খণ্ড খণ্ড কৰিব নোৱাৰা। সমগ্ৰ জ্ঞান। |
| | বিনোদ ৰূপ | ঃ | আনন্দিত ৰূপ। |
| ৭৫ | কৃষ্ণ পাদ পঙ্কজ | ঃ | কৃষ্ণৰ পদুমৰ কোষৰ দৰে ভৰি |
| | সৰ্বপুৰুষাৰ্থ | ঃ | ধৰ্ম অৰ্থ কাম মোক্ষ ভক্তি |
| | জড়ি | ঃ | উঠি |
| ৪৬ | ভৱভয় | ঃ | সংসাৰ ভয়, জৰা-ব্যাধি মৃত্যু ভয় |
| ৮৮ | অচিন্ত্য | ঃ | চিন্তাৰে ঢুকি নোপোৱা |
| ৯২ | সংকল্প -বিকল্প | ঃ | অভিলাস-ভেদবুদ্ধি |
| ৯৫ | অহম্মমক | ঃ | অহঙ্কাৰক |
| ৯৬ | শুদ্ধ বুদ্ধ | ঃ | শুদ্ধ জ্ঞানময় |
| ৯৮ | চিদানন্দ | ঃ | চিও বা হৃদয়ত আনন্দ দিওঁতা |
| | তৰঙ্গচয়হীন | ঃ | ঢৌ হীন |
| | আচান্ত | ঃ | মুখ ধোৱা |

| | | | |
|---|---|---|---|
| ৯৯ | মৃগতৃষ্ণাৰ্ণৱ জলে | ঃ | মৃগতৃষা + অৰ্নবজলে । মৰীচিকাত পানী দেখা। |
| | আচমন | ঃ | মুখ আদি ধোৱা কাৰ্য |
| ১০০ | মুদ ভাঙি | ঃ | মুখ খুলি, ফুটুৱাই দি |
| ১০৩ | কিঙ্কৰ | ঃ | ছাকৰ |
| ১০৪ | অনুধিতা | ঃ | অনুধৃতা (প্ৰাৰ্থনা জাতীয়) |
| | কমন বৰাক | ঃ | কোন প্ৰকাৰে ডাঙৰ, কিমান শ্ৰেষ্ঠ |
| ১০৯ | ইসি | ঃ | এইটোৱেই |
| ১১০ | কলেবৰ গোটে | ঃ | ক্ষণভঙ্গুৰ শৰীৰ |
| ১১৩ | নিৰ্মৎসৰ | ঃ | মাৎসয্য, হিংসাশূন্য |
| ১২২ | অবিদ্যাজনিত সুখ | ঃ | অজ্ঞানতা বা মায়াৰ পৰা হোৱা সুখ |
| | আত নিৰপেক্ষ | ঃ | এই ক্ষেত্ৰত স্বাধীন |
| | চিদাঙ্গ | ঃ | স্বৰূপ প্ৰবৃত্তি |
| | মুমুক্ষুজনৰ | ঃ | মুক্তিকামী, সন্ন্যাসী |
| ১২৫ | বিধিৰ কিঙ্কৰ | ঃ | বিধি পালনৰ আৱশ্যক নাই |
| ১২৯ | চিত্তবৃত্তি | ঃ | চিত্তৰ — কাম, ক্ৰোধ, দয়া, ক্ষমা আদি বৃত্তি। |
| ১৩০ | হৃষীকেশ | ঃ | হৃষীক + ঈশ; ইন্দ্ৰিয়ৰ গৰাকী |
| ১৩৩ | পদ অৰবিন্দ | ঃ | পদ পদ্ম |
| ১৩৪ | শতপত্ৰ | ঃ | এশপাহী থকা পদুমফুল |
| ১৪০ | কৃষ্ণ | ঃ | কৃষ চহোৱা, পৃথিৱী + ন — আনন্দ, পৰম ব্ৰহ্মাৰূপী কৃষ্ণ |
| ১৪৩ | কেশৱ | ঃ | ক + ঈ + শ + ৱ, ক ঈ শ ই ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰক, 'ৱ'ই নাৰায়ণ নামে আবৰি থাকে। কেশ + ৱ = কেশৱ |
| ১৪৪ | চ্যুতি | ঃ | বিনাশপ্ৰাপ্ত হোৱা, অচ্যুত-অবিনশ্বৰ |
| ১৫০ | পঞ্চভূতে পঞ্চবৰ্ণ | ঃ | মাটি-পানী আকাশ-অগ্নি বায়ু পঞ্চ মহাভূত। 'বৰ্ণমালা' শব্দই পঞ্চবৰ্ণ ব + ন + ম + অ + ল। ব - বৰুণ, ন-নভঃ, ম- মৰুৎ, অ-অনল, ল-মাটি বা পৃথিৱী। ভূত পৰিধানকাৰী = |

বনমালা।

| | | |
|---|---|---|
| ১৫১ | অধঃকৃত | : পৰাজয় কৰা |
| | অধোক্ষজ | : বিষ্ণু, অতীন্দ্ৰিয় |
| ১৫২ | পৰশুৰাম | : 'পৰ' মানে আনবোৰ, অৰ্থাৎ মায়া, আত্মাৰ ছাঁ, 'শু' মানে আত্মা |
| ১৫৩ | দ্বাৰে | : দ্বাৰাই |
| | ৰমাৰন্ত | : চলাইছে |
| ১৬০ | উপাধি | : অহঙ্কাৰ, দম্ভ, দ্বেষ্য জীৱৰ গাত লাগি থকা বাবে উপাধি বোলে |
| ১৬১ | নিৰাময় | : নিঃ + আময়, আময় মানে ৰোগ, নিৰোগী |
| ১৬২ | প্ৰাকৃত | : প্ৰকৃতিৰ পৰা হোৱা, গছলতা, পশু-পক্ষী, বিষ্ণু |
| ১৬৭ | গোৰইন্দ্ৰ | : 'গো' মানে বেদ, বেদৰ ৰজা |
| ১৭১ | ক্ষৰ, অক্ষৰ | : 'ক্ষৰ' মানে হৈছে ক্ষয় প্ৰাপ্তদেহ, অক্ষৰ - আত্মা ব্ৰহ্ম |
| ১৭২ | দুইহানো | : দুয়োটাৰে (প্ৰকৃতি + পুৰুষ) |
| ১৯৬ | দানৱ গঞ্জন | : দানব নিধনকাৰী |
| ২২১ | অব্যভিচাৰী | : অন্যদেৱতাক এৰি একমাত্ৰ ভগৱন্তক ভজা |
| ১২২ | বাঘজাল | : বাঘলৈ পাতি থোৱা ফন্দি |
| ২৩১ | তলপ | : আদেশ |
| ২৩৫ | নাম অজনীয়া | : নামৰ পোহৰ দিওঁতা |
| ২৪২ | যমৰ দেৱান | : যমৰ মন্ত্ৰী, চৈধ্যসাক্ষী |
| ২৫৩ | বুদ্ধিক সত্বস্থ | : বিবেকক সত্বগুণত স্থিত কৰোৱা |
| ২৬৫ | পঞ্জৰ | : বাহ বা সজা |
| ২৮৬ | বাহাৰে | : বায়, সুমুৱায় |
| ২৯১ | মুগুধ | : মুৰ্খ, মূঢ় |
| ৩০০ | শোচ্য | : শোক বা দুঃখ লাগোৱা |
| ৩১৩ | সৰি | : সমান |
| ৩১৭ | দুৰাশয় | : কুমতিযুক্ত |

| | | | |
|---|---|---|---|
| ৩২৯ | বাড়ব অগনি | ঃ | সাগৰৰ তলত থকা জুই |
| ৩৩৫ | বাপদায় | ঃ | পিতৃস্বৰূপে আশ্রয় গ্রহণ কৰি |
| ৩৪১ | মাতঙ্গ | ঃ | প্রকাণ্ড হাতী |
| ৩৫০ | বিৰস্বয় | ঃ | তুচ্চজ্ঞান কৰে |
| ৩৫৯ | মুকুন্দ | ঃ | মুক্তি দিওঁত |
| ৩৬০ | দানব গঞ্জন | ঃ | দানবক দমন কৰোঁতা |
| ৩৭৬ | অমোঘ | ঃ | গুৰুতৰ |
| | ঈ | ঃ | প্রভু |
| ৩৮২ | কল্মষ | ঃ | পাপ |
| ৩৮৬ | নাৰায়ণপৰ | ঃ | নাৰায়ণ পৰায়ন, ঈশ্বৰ পৰায়ণ |
| ৩৯৬ | মহামহোদয় | ঃ | মহানন্দ |
| ৪০১ | কুলবধু | ঃ | বংশৰ বোৱাৰী |
| ৪১৩ | গুণলুবুধ | ঃ | গুণমুগ্ধ |
| ৪১৫ | চিন্তামণি | ঃ | বহুমূলীয়া |
| ৪১৭ | বান্ধু | ঃ | বন্ধন |
| | আপুন হুৰে | ঃ | আপোনা আপুনি |
| ৪২৫ | খাণ্ডা ডাটিধৰা | ঃ | তৰোৱাল টানকৈ ধৰা |
| ৪৭৪ | দেৱান | ঃ | সভা |
| ৫১৫ | তৰতৰিয়া | ঃ | থৰ থৰকৈ |
| ৫৩৬ | কিবা তৰে | ঃ | কি নিমিত্তে |
| ৫৮৭ | পূৰ্বাপৰ | ঃ | পূৰ্ব আৰু পাচত |
| | ভৱ ভাৱন্তা | ঃ | সৃষ্টি কৰোঁতা |
| ৫৯০ | তাসম্বাৰ | ঃ | তেওঁলোকৰ |
| ৫৯২ | অনন্তবীৰ্য | ঃ | সমস্তজগতৰ শক্তিৰ আধাৰ |
| ৫৯৩ | সুবাসনা | ঃ | ভগৱন্তৰ ভক্তি কামনা কৰা |
| | দুৰ্বাসনা | ঃ | সংসাৰ কামনা |
| ৫৯৫ | বেদব্যবহাৰ | ঃ | বেদ বিহিত ব্যৱস্থা |
| ৫৯৬ | চৰ্মৰ নিৰ্মিত | ঃ | ছালেৰে তৈয়াৰী |
| | পানৈযুড়ি | ঃ | খৰম, পাদুকা |

| | | | |
|---|---|---|---|
| ৫৯৮ | অবিৰক্ত | ঃ | আসক্তি থকা |
| | বেদ লঙ্ঘিঘবাৰ দেখি | ঃ | নিত্যকৰ্মা, নৈষ্ঠিক কৰ্ম, গুৰু সেৱা আদি বিহিত কৰ্ম নকৰা দোষ |
| ৫৯৯ | তাবত | ঃ | তেতিয়ালকে |
| | অবিৰোধী | ঃ | নাম কীৰ্ত্তন, সাধুসেৱা, দৰিদ্ৰ সেৱা আদি সৎকৰ্ম্মানুষ্ঠান |
| ৬০২ | উৰ্দ্ধবাহু উচ্চকৰি | ঃ | দৃঢ়ভাৱে |
| ৬০৬ | বেদাগম | ঃ | বেদ আৰু আগম, নিবৃত্তি আৰু প্ৰবৃত্তি |
| ৬০৯ | প্ৰগলভ | ঃ | সাহসী |
| | প্ৰৌঢ়ি | ঃ | প্ৰতিজ্ঞা, বঢ়াই কোৱা কথা |
| ৬১৪ | অসম্মূঢ়ভাৱে | ঃ | নিশ্চিত মনেৰে |
| | সৰ্ববেত্তা | ঃ | সৰ্বজ্ঞ |
| ৬১৯ | সব্যসাচী | ঃ | দুয়োখন হাতেৰে সমানে কাম কৰিব পৰা, শৰ মাৰিব পাৰা, অৰ্জুন । |
| ৬২০ | আত্মবোধ | ঃ | নিজ আত্মাক চিনিপোৱা, আত্মজ্ঞান |
| ৬২২ | পূৰ্ণশশী | ঃ | সম্পূৰ্ণ চন্দ্ৰ |
| | দুগ্ধ সিন্ধু | ঃ | ক্ষীৰ সাগৰ |
| ৬২৩ | চিদানন্দ ঘন | ঃ | মনৰূপী ডাৱৰ |
| | নিত্যাগত | ঃ | নিতো আহে |
| ৬২৪ | ৰাজ্যমাৰ্গ | ঃ | ৰাজ পথ, তত্বাৰ্থে শ্ৰেষ্ঠ উপায় |
| | শ্ৰুতিজননী | ঃ | বেদৰূপী মাতৃ |
| ৬২৫ | কমন কাৰণে | ঃ | কি কাৰণে |
| ৬২৬ | জাৰ পতি | ঃ | উপপতি |
| ৬২৭ | সমস্তৰে আদি | ঃ | ধৰ্ম-অৰ্থ-কাম-মোক্ষ সাধনৰ মূল ভেটি নৰতনু |
| | উদ্যম কোটিয়ো | ঃ | এককোটিলোকে বহুচেষ্টা কৰি নাপায় |
| ৬২৮ | নিৰ্ন্তি | ঃ | নিশ্চয়কৈ |
| ৬২৯ | মোক্ষসুখপদ | ঃ | মুক্তি সুখৰ অধিকাৰী |
| ৬৩২ | দশন বিহীন কুতা | ঃ | দাঁত নাইকীয়া কুকুৰ |
| | লড়বৰ | ঃ | লৰচৰ |

| | | |
|---|---|---|
| ৬৩৩ | সূচঁকক | ঃ নিন্দুকক, ঢৌটকীয়াক |
| ৬৩৪ | ত্রিতয়ৰ | ঃ তিনিৰ (কৈবৰ্ত্ত-পিশুন-ব্যাধ) |
| ৬৩৭ | কপাট | ঃ দুৱাৰ |
| ৬৪১ | আদ্যৰ শবদে | ঃ ‘ৰাম’ নামৰ আদিঅক্ষৰ ‘ৰা’ |
| ৬৪৪ | উৰুক্রম | ঃ বিষ্ণুৰ বামণ অৱতাৰ |
| ৬৫১ | অপবৰ্গ দাতা | ঃ মুক্তিদাতা |
| ৬৫২ | ভিড়িলৱৈ | ঃ উলতি দৌৰে |
| ৬৫৫ | পৰ | ঃ শ্রেষ্ঠ |
| ৬৫৭ | শ্বেতছত্র প্রায় | ঃ বগা ছাটিৰ ছাঁৰ দৰে |
| ৬৫৮ | নিগদতি | ঃ কোৱা |
| ৬৬২ | মধুৰিপু | ঃ মধুদৈত্যক বধ কৰোতা — বিষ্ণু |
| ৬৬৩ | পঞ্জৰ | ঃ পিজৰা, বাহ |
| ৬৭০ | গোপীভতা | ঃ গোপীৰ স্বামী, বেদৰ অধিকৰ্তা, ঈশ্বৰ কৃষ্ণ |
| ৬৭৩ | মকৰন্দ | ঃ মৌ |
| ৬৭৪ | শ্রীমধুদ্বিষ | ঃ বিষ্ণু |
| | বল্লভ | ঃ স্বামী |
| ৬৭৬ | দেহাদিক | ঃ দেহ-মন, সুখ-দুখ, মায়া, ছয়ৰিপু আদি দেহস্থ সত্বা |
| ৬৭৭ | এতাদৃশী | ঃ এনে |
| ৬৮০ | উপলা | ঃ শিল |
| ৬৮২ | অপবৰ্গযোগ্য | ঃ মুক্তি |
| ৬৮৫ | ইবাৰ | ঃ এই জন্মতে |
| ৬৯৩ | সেবক দায় | ঃ ভকতৰ শপত |
| ৬৯৫ | প্রণত | ঃ শৰণাগত |
| ৭১০ | ডান্টি | ঃ দৃঢ়ভাৱে |
| | ঘান্টি | ঃ স্থান |
| ৭১১ | বাঝু | ঃ বান্ধ |
| ৭১৯ | কোমনে | ঃ কেনেকৈ |
| ৭২১ | বড়াই | ঃ গৰ্ব |

| | | |
|---|---|---|
| ৭২২ | নিগম নিগূঢ় | ঃ ভাগৱতৰ গুপ্ত ৰহস্য |
| ৭২৬ | কৈতৱ | ঃ ছলনা, ফাকি, অসত্য |
| ৭২৭ | ঐকান্তিক | ঃ অতিশয় |
| ৭৫২ | দুৰ্বাৰ | ঃ অদম্য |
| ৭৫৯ | নিঃশেষ যোনিত | ঃ সমস্ত যোনিত |
| ৭৬০ | আয়াযাত | ঃ আহ্-যাহ্, জন্ম-মৰণ |
| ৭৬৪ | তৰতৰাৰে | ঃ থৰথৰ কৈ |
| ৭৬৮ | তাপ তিনি | ঃ ত্ৰিতাপ, আধিদৈবিক, আধিভৌতিক আধ্যাত্মিক কতাপ |
| ৮২০ | নফৰ দায় | ঃ ভৃত্য |
| ৮২৬ | চুৰিয়ো | ঃ চিঙো |
| ৮৮০ | প্ৰণত পালক | ঃ সেৱকক ৰক্ষা |
| ৮৯৩ | সহজানন্দ | ঃ পৰমেশ্বৰ |
| | স্বৰূপানন্দ | ঃ ঈশ্বৰ আত্মা |
| ৯৭৯ | গুৰু ইষ্ট | ঃ উপাস্য গুৰু |
| ৯৯৪ | মাৰনামাৰে | ঃ যুদ্ধ কৰে, আক্ৰমণ কৰে, ধান মৰণা মাৰে |
| | পাপ কটকৰ | ঃ পাপৰ সৈন্য |
| ৯৯৬ | পুৰৱে সহিতে সখিত্ব | ঃ জীৱাত্মাৰ সৈতে মিলি |
| ৯৯৯ | শমনে | ঃ যমে, মৃত্যুৱে |
| ১০০০ | বাহুড়াৱে | ঃ জন্ম ধন্য হয়। |

— xx —

# তৃতীয় খণ্ড

# উদ্ধৱ গীতা

## প্ৰথম অধ্যায়

| | | |
|---|---|---|
| প্ৰজাপতি | ঃ | সৃষ্টিকৰ্তা, মৰীচি, অত্ৰি-পুলহ-অঙ্গিৰা-ক্ৰতু-পুলস্ত্য-দক্ষ-বশিষ্ঠ-ভৃগু-নাৰদ মুঠ দহজন প্ৰজাপতি। |
| পুত্ৰবৰ্গ | ঃ | সনক সনন্দন সনাতন সন্যকুমাৰ এই চাৰিজন কুমাৰ বৰ্গ আৰু এওঁলোক ব্ৰহ্মাৰ মানস পুত্ৰ। |
| ভূতবৰ্গ | ঃ | শিবৰ অনুচৰ সকল, পিশাচ,ভূত,প্ৰেতাদি উপদেৱতা। |
| মৰুৎসকল | ঃ | উন পঞ্চাচজন বায়ুদেৱতা। |
| ইন্দ্ৰ | ঃ | দেৱৰাজ, স্বৰ্গৰ প্ৰাধিকাৰী। |
| আদিত্য | ঃ | দক্ষৰ কন্যা, কশ্যপৰপত্নী দেৱমাতৃ অদিতিৰ পুত্ৰসকল। সূৰ্য্যও অদিতিৰ পুত্ৰ এজন দেৱতা। সূৰ্য্য বা আদিত্যসূৰ্য্য বাৰজনক একত্ৰে আদিত্য বোলে। বাৰজন আদিত্যই বাৰ মাহ নিয়ন্ত্ৰণ কৰে। |
| বসু | ঃ | আঠজন দেৱতাৰ এটা দল। |
| অশ্বিনীকুমাৰ | ঃ | সূৰ্য্যৰ দুজন যমজপুত্ৰ বা দেৱতা। দুয়োজন স্বৰ্গৰ চিকিৎসক। |
| ৰুদ্ৰ | ঃ | সংসাৰ কৰা এঘাৰজন দেৱতা আৰু এওঁলোকক একাদশ ৰুদ্ৰ বোলে। এওঁলোক শিবৰ পৰা জন্মে। |
| ঋভু | ঃ | দেৱতাৰ এটা শ্ৰেণী (ঋভু নামে দেৱগণ লগত সহায়-কীৰ্ত্তন) |
| বিশ্বদেৱ | ঃ | অগ্নিদেৱতাৰ এটা নাম । |
| সাধ্য | ঃ | একশ্ৰেণীৰ দেৱতা। |

গন্ধৰ্ব্ব : স্বৰ্গৰ দেৱতা,এওঁলোকে গীত গায়, স্বৰ্গৰ গায়ক দেৱতা।

অপ্সৰা : স্বৰ্গৰ নাচনি অপ্সৰা, 'অপেছৰা' বুলিও কয়।

নাগ : পাতাল বাসী উপদেৱতাগণ।

সিদ্ধ : ,এক শ্ৰেণীৰ উপদেৱতা।

চাৰণ : গন্ধৰ্ব্বৰ দৰে একশ্ৰেণী উপদেৱতা।

গুহ্যক : কুবেৰ দেৱতাৰ অনুচৰ বৰ্গ।

পিতৃ : একশ্ৰেণীৰ সৃষ্টিকৰ্তা দেৱতা।

বিদ্যাধৰ আৰু কিন্নৰ :স্বৰ্গৰ বাদ্যধৰ আৰু গায়কসকলক কিন্নৰ বোলো।

সত্তৰজ-তমঃ ভগৱন্তৰ শক্তি তিনিগুণমায়াত বিভক্ত। সত্ত্ব- সাত্বিক, ৰজঃ- ৰাজসিক আৰু তামসিক।

সৃষ্টি -স্থিতি- প্ৰলয়- এই তিনি কাৰ্য্য ভগৱানৰ বিকাশ মাত্ৰ। বিশ্বজগতক ভগবানে ব্ৰহ্মাৰূপত সৃষ্টি শিৱৰূপত সংস্থাৰ আৰু বিষ্ণুৰূপত পালন কৰে।

ব্যূহ : পাঞ্চৰাত্ৰ ভাগৱত সম্প্ৰদায় নামে বৈষ্ণৱ সম্প্ৰদায় আছে;বাসুদেব- সঙ্কষণ-প্ৰদুম্ন- অনিৰুদ্ধ চাৰিৰূপত ভগৱন্তক উপাসনা কৰা হয়; ইয়াকে 'ব্যূহ' বোলে।

বিভূতি : সম্পত্তি, ঐশ্বৰ্য, ভগৱন্তৰ বৈভৱ।

বনমালা : ভগৱন্তই ডিঙিত পৰিধান কৰা পঞ্চভূতৰ মালা তেওঁৰ বক্ষস্থলত শোভা কৰে। লক্ষ্মীৰো নিবাসস্থান ভগৱন্তৰ বক্ষ। ভগবানে লক্ষ্মীক নেওচি ভকতৰ ভক্তি বনমালাক আদৰ কৰে।

গঙ্গা : ভগবানে বামনৰূপে অৱতাৰ লৈ দ্বিতীয় খোজত স্বৰ্গলোক অতিক্ৰম কৰোতে ব্ৰহ্মাই পদ প্ৰক্ষালন কৰে। সেই পাদোদকৰ পৰাই 'গঙ্গাৰ সৃষ্টি হয়। তিনিসূতিহৈ গঙ্গা বৈমায় স্বৰ্গত -মন্দাকিনী, মৰ্ত্ত্যত অলকানন্দ আৰু পাতালত ভাগীৰথী বা ভোগৱতী নাম লয়।

পুৰুষ : চেতনা শক্তিযুক্ত আত্মা।

মহৎতত্ত্ব : সৃষ্টিৰ আৰম্ভণিত প্ৰকৃতিৰ প্ৰথম অভিব্যক্তি বা পৰিবৰ্ত্তিত ৰূপ। মহৎ তত্ত্ব সৃষ্টিৰ মূল কাৰণ স্বৰূপে মহাজাগতিক জ্ঞানশক্তি বা বুদ্ধি (cosmic Intelligenu) প্ৰথমে

প্ৰকৃতিক ভগবানে সৃষ্টি কৰে, মহৎতত্ত্ব প্ৰকৃতিৰ পিচতে সৃষ্টি হয়। পুৰাণত মহৎতত্ত্বকে প্ৰাণ, হিৰণ্য গৰ্ভ, সূত্ৰাত্মা,বোলে। মহৎতত্ত্বৰ দুটি ভাগ— মহাজাগতিক বুদ্ধি বা জ্ঞান (cosmic Intelligenu) আৰু মহাজাগতিক ক্ৰিয়া শক্তি (cosmic energy) বোলে। কাৰ্য্য আৰু কাৰণ।

কাল : সময়, মৃত্যু। কালে সকলো মথিমুৰ কৰে বাবে বালক ক্ষয়ঙ্কাৰী বোলা হয়। সময় হোঁৱাৰলগে লগে সকলো প্ৰাণী- পদাৰ্থই ক্ষয় প্ৰাপ্ত হয় বাবে ক্ষয়ঙ্কাৰী।

নাভি : বাৰ মাহিক গ্ৰীষ্ম, বৰ্ষা, শীত, শৰৎ কাল হিচাবে চাৰিভাগত বিভক্ত কৰা হয় আৰু একোভাগক 'নাভি' বোলে।

পুৰুষোত্তম : 'ক্ষৰ' মানে বিনাশী 'অক্ষৰ'মানে অবিনাশী। এই দুয়োতাতকৈ যি শ্ৰেষ্ঠ পৰমাত্মাক পুৰুষোত্তম বোলে।

সৃষ্টিপ্ৰক্ৰিয়াৰ ক্ৰমঃ সৃষ্টি মূল পৰমাত্মা কৃষ্ণ । সৃষ্টিৰ প্ৰথম অৱস্থাত পুৰুষ+প্ৰকৃতি,২য় অৱস্থাত পুৰুষ- প্ৰকৃতিৰ সহযোগত জ্ঞানময় - শক্তি মহৎতত্ত্ব। ইয়াৰ দুটা ফাল হৈছে জ্ঞান+ শক্তি; দুয়োকে একেলগে 'সূত্ৰাত্মা' বোলে। ৩য় অৱস্থাত সূত্ৰাত্মা বা মহৎতত্ত্বৰ পৰা - অৱস্থাত সকলোটি মিলি বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি হয়।

বৈকুণ্ঠ : বিগত হৈছে কুণ্ঠা (ভয়) যাৰ = বিকুণ্ঠ+ষ্ণ=বৈকুণ্ঠ অৰ্থাৎ সংসাৰ ভয় যাৰ দূৰ হৈছে সেয়ে বৈকুণ্ঠ।

চন্দ্ৰৰ যক্ষ্মাৰোগ : চন্দ্ৰই দক্ষৰ ২৭জনী কন্যা বিয়া কৰাইছিল যদিও তেওঁলোকৰ ভিতৰত ৰোহিনীক অধিক ভালপাই অন্যবোৰক পক্ষপাতমূলক ব্যৱহাৰ কৰে আৰু দক্ষই অসন্তুষ্ট হৈ যক্ষ্মাৰোগ হ'বলৈ অভিশাপ দিয়ে আৰু প্ৰাভাস তীৰ্থত স্নান কৰি আৰোগ্য হয়।

কলা : চন্দ্ৰৰ বৃদ্ধি পোৱা ভাগক কলা বোলে।

সাংসাৰিক ভকত : কৰ্মৰ সংযম ও কৰ্তব্য পালন নকৰিলে যি ভকতৰ নচলে, তেওঁলোকক সাংসাৰিক ভকত বোলে।

জ্ঞানী আৰু ভকতঃ কঠোৰ সংযম ও অনেক চেষ্টাৰ যোগে ব্ৰহ্মজ্ঞান লাভ কৰাসকল জ্ঞানী আৰু ভগৱন্তৰ মনুষ্য লীলাৰ কথা, কাহিনী শ্ৰৱণ কীৰ্ত্তণ কৰি ব্ৰহ্মপ্ৰাপ্ত জন ভকত।

# দ্বিতীয় অধ্যায়

লোকপাল ঃ জগতৰ আঠ দিশত আঠজন ৰক্ষক বা দিকপাল থাকে; তেওঁলোক ইন্দ্ৰ, অগ্নি, যম, বৰুণ, নৈৰ্ঋত, বায়ু, কুবেৰ, ঈশাণ। প্ৰতিজনেই লোকপাল।

ভগবানৰ অৱতাৰৰ ৪ টা লক্ষ্যঃ দুষ্টকদমন, শান্ত সাধুক ৰক্ষা, অন্যায়-অধৰ্ম্ম নিমূল আৰু ধৰ্ম্ম পুণৰ সংস্থাপনা।

মনৰ বিলাস ঃ সপোনৰ দৰে মনৰ খেলা।

মায়াময় ঃ সত্ত্ব-ৰজ-তম গুণেৰে আবৰা, অবাস্তৱ সত্ত্বা।

জগত্ আত্মা-পৰমাত্মা ঃ তিনিওটা মিলি একতত্ত্বআৰু অভিন্ন। ভগবানৰ ক্ষুদ্ৰ অংশই আত্মাৰূপে জীৱদেহত অৱস্থান কৰি থাকে আৰু জগতত জীৱ অৱস্থান কৰে।

জ্ঞান ঃ ই তিনিবিধ- সাধাৰণজ্ঞান, বিজ্ঞান আৰু তত্ত্বজ্ঞান বা পাৰমাৰ্থিক জ্ঞান। শাস্ত্ৰৰ প্ৰকৃত তাৎপৰ্য্যই আচল জ্ঞান।

বিজ্ঞান ঃ জগত+আত্মা+পৰমাত্মাৰ একত্ব অনুভৱেই বিজ্ঞান।

আত্মবৎজ্ঞান ঃ ব্ৰহ্মাৰ পৰা আৰম্ভ কৰি পৰুৱাটিলৈকে সকলো জীৱৰ ভিতৰত জীৱাত্মাৰূপে পৰমাত্মা বিৰাজ কৰি থাকে- এই চিৰসত্য অনুভৱ কৰিব পাৰিলেই পৰমাত্মা+জীৱ+নিজৰ+মাজত একত্ব ভাৱ আহি পৰে- সেয়ে আত্মবৎজ্ঞান। আত্মবোধ জন্মিলে আনৰ অনিষ্ট কৰিব নোৱাৰে।

তত্ত্বজ্ঞান ঃ পৰমাৰ্থজ্ঞান বা চৰম সত্য বিষয়ক জ্ঞানৰাশি।

প্ৰত্যক্ষ অনুভৱ ঃ নিজ চকুৰে দেখা বা ইন্দ্ৰিয়ৰ দ্বাৰা নিজে উপলব্ধি কৰা।

অনুমান ঃ আন্দাজ কৰা নাইবা বিচাৰ বুদ্ধিৰ দ্বাৰা বিবেচনা কৰা।

| | | |
|---|---|---|
| বিকশিতৰূপ | : | মানুহৰ শৰীৰত আত্মাৰ পূৰ্ণ বিকাশ ঘটে, মানুহৰ জ্ঞান আছে বাবে কৰ্তব্য নিৰ্ণয় কৰি ল'ব পাৰে, ধৰ্ম্মাধৰ্ম্ম, ভাল -বেয়াৰ বিচাৰ আত্মাৰ প্ৰকাশ মানৱ শৰীৰৰ দ্বাৰা সম্ভৱ। |
| অৱধূত | : | সকলো ধৰণৰ সাংসাৰিক বিষয়ৰ পৰা বিৰক্ত বা মায়ামুক্তলোক। |
| দত্তাত্ৰেয় | : | এওঁ এজন অৱধূত লোক আৰু ভগৱানৰ অৱতাৰ। এওঁ অত্ৰি ঋষিৰ পুত্ৰ আৰু যোগশিক্ষাৰ অসাধাৰণ সাধক। |
| বিষয় | : | পুত্ৰ-দাৰা -ধনসম্পত্তি আদি সাংসাৰিক বিষয়সমূহ। |
| কুৰুৰাচৰাই | : | চিলনী জাতীয় এবিধ পক্ষী। |
| পৃথিৱীৰ মাহাত্ম্য | : | সহনশীলতা, অপ্ৰতিশোধী, সৰ্বংসহা, ধৈৰ্য্য আৰু ক্ষমাৰ প্ৰতীক। |
| পৰ্ব্বতৰ মহৎগুণ | : | প্ৰাণীজগতৰ হিতসাধন, পৰোপকাৰ,'পৰোপকাৰায় ফলন্তি বৃক্ষাঃ, পৰোপকাৰায় বহন্তি নদ্যাঃ'। |
| গছগছনিৰ গুণ | : | সহিষ্ণুতা। |
| প্ৰয়োজনীয় আহাৰ | : | জীৱন নিৰ্ব্বাহৰ বাবে যিমানখিনিৰ প্ৰয়োজন। জীয়াই থাকিবৰ বাবেহে খায়, খাবৰ কাৰণে জীয়াই নাথাকে। |
| বায়ুৰ গুণ | : | সুগন্ধী দুগন্ধী গন্ধ বহণ কৰি নিলেও নিজৰ কৰি নলয়, এৰি থৈ যায়। |

## তৃতীয় অধ্যায়

| | | |
|---|---|---|
| মাধুকৰী বৃত্তি | : | মৌ মাখিৰ বৃত্তি। কেৱল মধু-সংগ্ৰহ কৰা আৰু ফলবো অনিষ্টনকৰা সাধু -সন্ন্যাসীয়ে কেইবাঘৰৰ পৰা ভিক্ষা আনি জীৱন প্ৰবৰ্ত্তোৱা বৃত্তি। |
| অসংগ্ৰহ নীতি | : | বহুতো সা-সম্পতি সংৰক্ষন কৰি কেৱল সঞ্চয় কৰা আৰু সৎকৰ্মত খৰচ নকৰাৰ বিপৰীতে সংগ্ৰহ-সংৰক্ষণ নকৰা প্ৰথা। |
| কুন্কী | : | বনৰীয়া হাতীক প্ৰলোভন দেখুৱাই ফুচুলাই আনি হাতীধৰা গড়ৰ ভিতৰত সুমুৱাবলৈ শিক্ষা পোৱা ঘৰচীয়া মাইকী হাতী। |

ঋষ্যশৃংগ : কশ্যপৰ পুত্ৰ বিভাণ্ডক ঋষিৰ ঔৰষত হৰিণীৰ গৰ্ভত ওওঁৰ জন্ম হয়। ডেকা বয়সলৈকে তিৰোতা মানুহ দেখিবলৈ দিয়া নহৈছিল। অঙ্গদেশৰ ৰজা লোমপাদে কৌশেলেৰে ঋষ্যশৃঙ্গক পলুৱাই নি নিজৰ কন্যা সন্তানটিক বিয়া দিয়ে। এওঁ দশৰথ ৰজাৰ পুৰুহিত হৈছিল।

## চতুৰ্থ অধ্যায়

গুণাতীত পুৰুষ : যি লোকে সত্ত্ব - ৰজ -তম- তিনিগুণৰ অতীত পৰমাত্মাক জানিব পাৰে আৰু নিজেও গুণৰ অধীন নোহোৱাকৈ থাকিব পাৰে তেঁৱে গুণাতীত পুৰুষ।

যোগাভ্যাস : ধৰ্ম্মকাৰ্য কৰোঁতে বিবিধ প্ৰকাৰে বহাৰ ধৰণক আসন বোলে; যেনে পদ্মাসন, সিদ্ধাসন। উশাহ- নিশাহ লওঁতে উশাহ- নিশাহক জয় কৰিবৰ কাৰণে প্ৰাণায়ম কৰা বোলে।

মনৰ সংযম : চঞ্চল মনক সংযত কৰিবৰ কাৰণে বৈৰাগ্য আৰু নিয়মীয়া অভ্যাসৰ প্ৰয়োজন।

কালশক্তি : সময়ৰ গতি।

মায়া : ভগবানৰ সৃষ্টি স্থিতি সংহাৰ কৰাৰ মহাশক্তিক মায়া বা প্ৰকৃতি বোলা হয়।

প্ৰাৰব্ধ : কৰ্ম্মফল ৰূপী বীজ বা সংস্কাৰ।

## পঞ্চম অধ্যায়

প্ৰকৃতিমাৰ্গ : মনক বৰ্হিমুখী কৰি বিষয়- সুখৰ প্ৰতি আকৃষ্ট হোৱা সকাম কৰ্ম্ম আৰু ইয়ে জীৱক বন্ধনত পেলায়।

নিবৃতি মাৰ্গ : মনক অন্তৰ্মুখী কৰিব পৰাটোৱেই নিষ্কাম কৰ্ম্মৰ পথ। ই কৰ্ম্মবন্ধনৰ পৰা মুক্ত কৰে।

যম : অহিংসা,সত্য,অস্তেয় আদি নৈতিক বিধানসমূহক 'যম'

বোলে।

নিয়ম : সদাচাৰমূলক ভক্তিৰ আনুষঙ্গিক বা অবিৰোধী নীতি নিয়মক 'নিয়ম 'বোলে।

অৰণি : প্ৰাচীন কালত এডোখৰ কাঠৰ ওপৰত আন এডোখৰ কাঠ ঘূৰাই ঘূৰাই জুই উলিযওৱা হৈছিল আৰু তাৰে তলৰ কাঠডোখৰক অৰণি বোলে। জ্ঞানদাতা গুৰুক সেইবাবেই অৰণি কাঠ আৰু শিষ্যক ওপৰৰ কাঠ ডোখৰ বোলা হয়।

## ষষ্ঠ অধ্যায়

স্বপ্ন : জাগ্ৰত অৱস্থাত হোৱা মানসিক অভিজ্ঞতাৰ পৰা টোপনিৰ সময়ত ওপজা মনৰ চিন্তা আৰু কল্পনাৰ প্ৰবাহ।

বদ্ধ আৰু মুক্ত আত্মাৰ
পাৰ্থক্য : পৰমাত্মা আৰু জীৱাত্মাৰ ভিতৰত থকা পাৰ্থক্যই বদ্ধ আৰু মুক্ত আত্মাৰ পাৰ্থক্য।

পিপল গছ বা
অশ্বত্থ বা আঁহতগছ : শৰীৰকে বুজায়।

দেহাভিমান : দেহ- অভিমান। দেহাভিমানত পাপ পুণ্যই আশ্ৰয় কৰে, দেহাভিমান লোপ পালে কৰ্ম্মৰ বিচাৰৰ সমাধি ঘটে।

ছয়উৰ্ম্মি : ভোক -পিয়াহ বা ক্ষুধা- তৃষ্ণা, শোক-মোহ, জৰা (বৃদ্ধত্ব) মৃত্যু।

ত্ৰিবেদ : ঋক্,যজু,সাম বেদ। ইয়াক 'ত্ৰয়ী' বুলিও কোৱা হয়। ইয়াৰ পৰা ত্ৰয়োবিদ্যা, ত্ৰিবেদ'ৰ সৃষ্টি ।

ইষ্টকৰ্ম্ম : যাগ, যজ্ঞ, অগ্নিহোত্ৰাদি কাম।

পূৰ্ত্তকৰ্ম্ম; : জনসাধাৰণৰ কল্যাণৰ কাৰণে -পুখুৰী, মন্দিৰ নামঘৰ আদি নিৰ্ম্মান।

## সপ্তম অধ্যায়

যোগ : জীৱাত্মাৰ মুক্তিলাভৰ আন্তৰিক জ্ঞান উপলব্ধি কৰিবলৈ

কৰা সাধনাই যোগ। যেনে ভক্তিযোগ, কৰ্ম্মযোগ।

সাংখ্য : কপিল মুনিৰ প্ৰবৰ্ত্তিত আত্মা-অনাত্মা বা পুৰুষ-প্ৰকৃতিৰ প্ৰভেদ সম্পৰ্কীয় দৰ্শণ বা জ্ঞান।

মন্ত্ৰ : মনন বা জপ কৰিবলৈ গুৰুৱে দিয়া গোপনীয় শব্দ,বাক্য,বা ঈশ্বৰৰ নাম। পূজা -উপাসনাৰ বচনবোৰো মন্ত্ৰ নামে জনা যায়।

যম : ইন্দ্ৰিয় সংযম।

ত্বষ্ট্ৰা : ব্ৰহ্মাৰ নন্দন । মুনি।

কায়াধুৰ : প্ৰহলাদ হিৰণ্যকশিপু আৰু কায়াধুৰ পুত্ৰ। গৰ্ভত থাকোতেই কায়াধুৱে নাৰদৰ পৰা হৰিভক্তি লভিছিল।

বৃষ পৰ্ব্ব : জন্মত অসুৰ, ঋষিৰদ্বাৰা পালিত।

বান : বলিৰ জ্যেষ্ঠ পুত্ৰ। শিৱভক্ত।

ময়দানৱ : দৈত্যশিল্পী। খাণ্ডৱ দাহৰ সময়ত কৃষ্ণৰ কৃপাত প্ৰাণৰক্ষা হয় বাবে কৃষ্ণৰ আদেশত পাণ্ডৱৰ ৰাজসভা নিৰ্ম্মণ কৰে।

গজেন্দ্ৰ(হাতী) : পূৰ্ব্ব দন্মত এওঁ ইন্দ্ৰদুম্ন ৰজা আছিল।

গৃধ্ৰ : জটায়ু পক্ষী।

তুলাধাৰ(বনিক) : এজন ভক্ত।

ব্যাধ(ধৰ্ম্মব্যাধ) : এজন ভক্ত।

সমাধি : বাহ্যজ্ঞানশূণ্য হৈ গভীৰ ভাৱে কৰা ধ্যাণ।

ছয়চক্ৰ : শৰীৰৰ মেৰুদণ্ডৰ ভিতৰত থকা সুষুম্না নাড়ীৰ পদুমফুলৰ আকাৰৰ ছটা চক্ৰ বা কেন্দ্ৰ। ছয়চক্ৰ হৈছে

(১) মূলাধাৰ (গুহ্যদ্বাৰত) ৪দলপদ্ম

(২) স্বাধিষ্ঠান (লিঙ্গত) ৬ দলপদ্ম

(৩) মনিপুৰ (নাভিত)১০দলপদ্ম

(৪) অণাহত (হৃদয়ত)১২ দলপদ্ম

(৫) বিশুদ্ধ (কণ্ঠত)১৬ দলপদ্ম

(৬) আজ্ঞা (ভ্ৰুৰ মাজত)২দলপদ্ম

এষ : পৰমাত্মাক বুজাইছে প্ৰাণীৰ হৃদয়ত বিৰাজমান।

প্ৰাণ : চেতনা শক্তি। প্ৰাণ ৫বিধ

(১) হৃদয়ত — প্ৰাণবায়ু
(২) গুহ্যদেশত— অপ্ৰাণ বায়ু
(৩)নাভিত —সমানবায়ু
(৪)কণ্ঠত— উদানবায়ু
(৫)সমস্ত শৰীৰত — ব্যানবায়ু

পৰাশব্দ : সূক্ষ্মাতিসূক্ষ্ম শব্দ । ওঁ কাৰ( শেষ ভাগ) নাদ। শব্দাত্মক ব্ৰহ্ম, শব্দ ব্ৰহ্ম। আত্মা প্ৰাণ বা চেতনা শক্তিৰ লগত মিলি থাকে। পৰা শব্দ। 'পৰা' শব্দৰপৰা প্ৰথমতে -মূলাধাৰ চক্ৰত সোমাই স্বাধিষ্ঠান আৰু মনিপুৰ চক্ৰলৈ যায় আৰু তাত'পশ্যন্তি' নাম লয়। তাৰ পাচত হৃদয়ৰ অনাহত চক্ৰলৈ আহি 'মধ্যমা' শব্দ নাম লয় আৰু পাচত কণ্ঠত থকা বিশুদ্ধ চক্ৰলৈ আহি স্বৰত ব্যঞ্জন বৰ্ণৰ সৃষ্টি কৰে আৰু বৈখাৰী নাম লয়। আৰু মুখৰে বাহিৰ হয়। সেইবাবে শব্দ চাৰিবিধ— পৰা, পশ্যন্তি,মধ্যমা,বৈখাৰী। পৰা শব্দৰ জুইৰ লগত তুলনা কৰা হয়— পৰা কাঠৰ ভিতৰত থকা জুই, ফিৰিঙতি পশ্যন্তি, মধ্যমা প্ৰজ্বলিও অগ্নি আৰু বৈশ্যাৰী ঘৃতাহুতি পাই দাউদাউকৈ জ্বলি থকা জুই।

শব্দব্ৰহ্ম : ভগৱন্তৰ নাম।

গুণৰ বিকাৰ : তিনিগুণৰ ৩বিধ বিকাৰ আধিদৈবিক-দেৱতাৰ পৰা হোৱা, আধ্যাত্মিক মন -বুদ্ধিৰ পৰা উদ্ভূত, আধিভৌতিক-দেহজনিত আৰু প্ৰাণীৰ পৰা হোৱা কাৰ্য্যকলাপ।

সংসাৰ বৃক্ষ : বিশ্বজগত।ইয়াৰ দুইবিধ-বীজ-পাপ-পূণ্যকৰ্ম্মফল, শশমূল-শশকামনা বাসনা, গা-গছ তিনিগুণ, পাঁচটাডাল— পঞ্চমহাভূত, এঘাৰটা ঠাল-একাদশ বাকলি- কফ-বাত-পিত, দুবিধ গুটি-সুখ-দুখ, সৌৰজগৎ সংসাৰবৃক্ষ, সৌৰজগতৰ পৰা বাহিৰ হৈ যোৱা জীৱ সংসাৰলৈ ঘূৰি নাহে।

## অষ্টম অধ্যায়

সত্ত্ব-গুণৰ প্ৰবৃতি : দয়া, সত্য ধৰ্ম্ম,পৰোপকাৰ আদি।

সংকল্প- বিকাশৰ

মেৰপাক : বিষয়-সুখ সম্পৰ্কীয় নানা মানসিক চিন্তাৰ জটিলতা।

সত্য-ঋৎ : সত্য আৰু জ্ঞানৰ উৎপাদিত চিত্ৰবৃত্তি।

শ্ৰী : সৌন্দৰ্য্য,সম্পত্তি।

## নৱম অধ্যায়

সূক্ষ্মতত্ত্ব : পৰমসত্য, পাৰমাৰ্থিক জ্ঞান।

পুৰক, কুম্ভক,

ৰেচক : প্ৰাণায়াম বা প্ৰাণবায়ুক নিয়ন্ত্ৰণ কৰাৰ যৌগিক প্ৰক্ৰিয়া।

প্ৰত্যাহাৰ : ইন্দ্ৰিয়সমূহক বিষয় ভোগৰ পৰা আঁতৰাই ৰখাৰ অভ্যাস।

ওঁ : প্ৰণৱ,পৰমব্ৰহ্ম, মন্ত্ৰ,অ উ ম ব্ৰহ্মা বিষ্ণু শিব; অ পালক বিষ্ণু উ-সংহাৰ কৰ্তা শিব, ম ব্ৰহ্মা। সৃষ্টি স্থিতি লয়। শব্দব্ৰহ্ম,পৰব্ৰহ্ম,

## দশম অধ্যায়

অনিমা : অষ্টসিদ্ধিৰ ভিতৰৰ এবিধ সিদ্ধি। পাথৰৰ ভিতৰতো সোমাব পৰা অতি সূক্ষ্ম পৰমানুৰ নিচিনা আকৃতি ধৰিব পৰা শক্তি।

মহিমা : মহৎ বা বিশাল আকাৰৰ হ'ব পৰা শক্তি।

লঘিমা : অতিপাতল হ'ব পৰা শক্তি।

ষড়ৈশ্বৰ্য্য : ঐশ্বৰ্য্য,বীৰ্য,যশস্যা,শ্ৰী, বৈৰাগ্য জ্ঞান। ভগবানৰ এই ছয় বিধ শক্তি।

ব্ৰহ্মৰন্ধ্ৰ : মূৰৰ ওপৰত তালুত থকা সহস্ৰ চক্ৰ।

ঈশিত্ব আৰু বশিত্ব

শক্তি : ভাগৱতৰ পৰম শক্তি।

## একাদশ অধ্যায়

ভূতভাবন : সমস্ত প্ৰাণীৰ জীৱনদাতা, পালনকৰ্তা।

হিৰণ্যৰ্গভ : প্ৰথমে ব্ৰহ্মাই বেদজ্ঞান লাভ কৰিছিল আৰু প্ৰজাপতিসকগলক সেইজ্ঞান বা পৰমাৰ্থজ্ঞান দিয়ে। যি গৰ্ভত এইজ্ঞান ধাৰণা কৰে তেঁৱে হিৰণ্যগৰ্ভ।

গায়ত্ৰী : বেদৰ এটা ছন্দৰ নাম। বেদ গায়ত্ৰী ছন্দত ৰচিত।

নীললোহিত : শিব,মহেশ্বৰ।

কামধেনু : স্বৰ্গৰ ইচ্ছামতে সকলোবস্তু উৎপাদন কৰিব পৰা এজনী গাই গৰু।

কপিলমুনি : কৰ্দ্দম প্ৰজাপতি আৰু দেবহুতিৰথ পুত্ৰ, ভগবানৰ অৱতাৰ।সাংখ্য দৰ্শন প্ৰবৰ্তক।

ঐৰাৱত : দেবৰাজ ইন্দ্ৰৰ বাহন এটা হাতী, সাগৰ মন্থনত উত্থিত হয়।

উচ্চৈঃশ্ৰবা : সাগৰ মন্থনত ওলোৱা ঘোঁৰা।

যজ্ঞ : বলি নিবেদ আদিৰে দেৱতা আদিৰ উদ্দেশ্যে কৰা বৈদিক কৰ্ম্মই যজ্ঞ। যজ্ঞ পাচবিধ—

(১) ব্ৰহ্মযজ্ঞ— বেদশাস্ত্ৰ অধ্যয়ন বা স্বাধ্যায়।

(২) পিতৃযজ্ঞ— পিতৃ-মাতৃৰ উদ্দেশ্যে কৰা শ্ৰাদ্ধ, তৰ্পণ আদি কৰ্ম্ম

(৩) দেবযজ্ঞ— দেবতাৰ পূজা -সেৱা।

(৪) নৃ- যজ্ঞ— গৃহাগত অতিথি - অভ্যাগতৰ সৎকাৰ।

(৫) ভূতযজ্ঞ— ইতৰ প্ৰাণীৰ সেৱা।

মন্ত্ৰণা : গোপন আলোচনা।

শতৰূপা : ব্ৰহ্মাই নিজশৰীৰৰ বাওঁভাগৰ পৰা স্ৰজন কৰে শতৰূপাক আৰু সোঁভাগৰ পৰা স্বায়ম্ভূৱ মনুক সৃষ্টি কৰে আৰু মনুৱে শতৰূপাক বিয়া কৰে।

**নাৰায়ণ মুনি** : ধৰ্ম্মৰ ভাৰ্য্যদক্ষৰ জীয়াৰী মূৰ্তিৰ গৰ্ভত নাৰায়ণ মুনিৰ জন্ম হয়, এওঁ বদৰিকা শ্ৰমত দুৰ্ঘোৰ তপস্যা আৰু কামদেবক নৰনাৰায়ণৰ তপস্যা ভঙ্গ কৰিবলৈ পঠায় আৰু কামদেৱৰ দৰ্প চুৰ্ণ হয়।

**সনত্‌কুমাৰ** : চাৰিসিদ্ধৰ ভিতৰত শ্ৰেষ্ঠসিদ্ধ আৰু দ্বাদশ বৈষ্ণৱৰ অন্যতম।

**মিথুন** : ব্ৰহ্মাই নিজশৰীৰৰ সোঁ-বাঁও দুইভাগৰ পৰা সৃষ্টিকৰা মনু আৰু শতৰূপা পতি-পত্নী বা দম্পতি। ব্ৰহ্মা দুয়োৰে পিতৃ-মাতৃ বাবে ব্ৰহ্মাক মিথুন বোলা হয় আৰু মনু -শতৰূপা মানৱ জাতিৰ প্ৰথম মানৱ -মানৱী।

**সম্বৎসৰ** : পুৰা এবছৰ কাল।

**অভিজিৎ** : শ্ৰৱনা নক্ষত্ৰৰ প্ৰথম ভাগক অভিজিৎ বোলে।

**কিম্পুৰুষ** : আধা নৰ আৰু আধা পশুৰ আকৃতি লোক বা জীৱ।

**সুদৰ্শন বিদ্যাধৰ** : গায়ক দেৱতাসকলৰ ৰজা।

**প্ৰকৃতিৰ বিকাৰ** : যোলবিধ-পঞ্চমহাভূত +পঞ্চকৰ্ম্মেন্দ্ৰিয+ পঞ্চজ্ঞানেন্দ্ৰিয় মন।

**পাৰমাৰ্থিক বা বাস্তৱিক সত্যবস্তু** : মনেৰে ভাবিব পৰা আৰু বাক্যেৰ প্ৰকাশ কৰিব পৰা সকলোবস্তু অসত্য বা অপাৰমাৰ্থিক, পৰমাত্মাহে পাৰমাৰ্থিক।

**বিৰাট পুৰুষ** : সমগ্ৰ মানৱ সমাজ।

(১)মুখৰ পৰা ব্ৰাহ্মণ মানে -- বেদ অধ্যয়ণ ,অধ্যাপনা,সজন সাজন কৰ্ম্ম মুখৰূপী

(২) বাহৰপৰা ক্ষত্ৰিয় মানে-- বীৰত্ব,প্ৰজাশাসনৰূপী ক্ষত্ৰিয়।

(৩) জঘন বা তপিনাৰ পৰা বৈশ্য-- কৃষি,বাণিজ্য, অৰ্থোপাৰ্জন ৰূপী বৈশ্য

(৪) পদৰ পৰা শূদ্ৰ জন্ম মানে-- সেৱা কাৰ্য্যৰ দ্বাৰা সমাজৰ মঙ্গল ৰূপী শূদ্ৰ।

| | | |
|---|---|---|
| হোতা | ঃ | হোম কৰোঁতা ,ঋত্বিক বা পুৰুহিত। |
| উদগাতা | ঃ | বেদপাঠ  কৰোঁতা। হোতা,ঋত্বিক, উদগাতা- তিনিবিধ যজ্ঞৰ কাম কৰোঁতা। |
| দশসংস্কাৰ | ঃ | স্মৃতিশাস্ত্ৰত মাতৃ গৰ্ভত থকাৰ পৰা মানুহে দহবিধ ধৰ্ম্মসংস্কাৰ পালন কৰিছি ল। (১)গৰ্ভাধান,(২)পুংসবণ,(৩)সীমন্তোন্নয়ন,(৪) জাতকৰ্ম্ম (৫) নামকৰন,(৬)অন্নপ্ৰাসন,(৭) চুড়াকৰ্ণ, (৮) উপনয়ন (৯) সমাবৰ্ত্তন,(১০) বিবাহ। |
| যজ্ঞোপবীত | ঃ | লগুণ। বিদ্যা -শিক্ষাৰ কাৰণে গুৰুগৃহলৈ পঠোৱাৰ আগতে উপনয়ন পাতে। যজ্ঞোপবীতৰ পাছত নতুন জীৱন পোৱাৰ বাবে ব্ৰাহ্মণক 'দ্বিজ' বোলে। |
| গুৰুকুল | ঃ | শিক্ষকৰ ঘৰ বা আশ্ৰয়ত বিদ্যাশিক্ষা দিয়া হয়। সেয়ে গুৰুকুল। |
| মেখলা | ঃ | কোমৰ বন্ধ ব্ৰহ্মচাৰীৰ বাবে বিশেষ ঘাঁহেৰে তৈয়াৰী বস্ত্ৰ। কঁকালত মেৰিয়াই বন্ধা এবিধ অলঙ্কাৰকো মেখলা বোলা হয়। |
| কমণ্ডলু | ঃ | সন্নাসীয়ে ব্যৱহাৰ কৰা নাল লগা পানীৰ পাত্ৰ বিশেষ। |
| শ্বাসবৃতি | ঃ | কুকুৰৰ দৰে পৰমদাসত্ব কৰাক শ্বাসবৃতি বোলে। |
| ব্ৰহ্মযজ্ঞ বা ঋষিযজ্ঞ | ঃ | বেদ শাস্ত্ৰাদি অধ্যয়ন কৰা। |
| স্বধা | ঃ | পঞ্চযজ্ঞৰ পিতৃযজ্ঞ। |
| স্বাহা | ঃ | পঞ্চযজ্ঞৰ দেবযজ্ঞ। |

## ত্ৰয়োদশ অধ্যায়

| | |
|---|---|
| মানব জীৱনৰ ভাগঃ | ৫১—৭৫ বছৰলৈ তৃতীয় ভাগ,৭৫-১০০ বা উৰ্দ্ধ ৪ৰ্থ ভাগ। তৃতীয় ভাগত বানপ্ৰস্থ  আৰু চতুৰ্থ ভাগ সন্ন্যাস। বানপ্ৰস্থকালত গৃহত থাকিলেও বনবাসীৰ দৰে ত্যাগ্য হৈ থাকিব লাগে। |

পঞ্চতাগ্নি : চাৰিওফালে চাৰিকুৰা আৰু ওপৰত ৰদ- এয়ে পঞ্চতাগ্নি।
অগ্নিহোত্ৰ : দৈনিক বেদবিহিত হোম কাৰ্য্য।
চাৰ্তুমাষ্য : আহাৰ মাহত আৰম্ভ কৰি আহিন মাহলৈকে উদযাপন কৰিবলগীয়া চাৰিমহীয়া ব্ৰত।
নিন্দনীয় লোক : পাপী, পাতিত,শাপগ্ৰস্ত।
ষড়বৰ্গ : পঞ্চজ্ঞানেন্দ্ৰিয় আৰু মন।
গৃহস্থীৰ ব্ৰহ্মাচৰ্য্য : ঋতুকালৰ বাহিৰে অন্যসময়ত স্ত্ৰীসঙ্গ নকৰা।

## চতুৰ্দ্দশ অধ্যায়

আত্ম জ্ঞান : আত্মা সম্বন্ধীয়জ্ঞান। আত্মজ্ঞানীয়ে দেহধাৰণ কৰি থাকিলেও মুক্ত, শোক-মোহ শূণ্য।
"তত্ৰঃ কো মোহঃকঃ শোক একত্বমনুপশ্যতঃ'।।
পৰোক্ষজ্ঞানী : যি কেৱল কল্পনা বা অনুমানৰ ওপৰত নিৰ্ভৰ কৰে।
স্বৰ্গ : মানুহে কল্পনাৰে দেৱতাৰ বাসস্থানকেই স্বৰ্গ বোলে।
জ্ঞান-বিজ্ঞান : শাস্ত্ৰ বা গুৰুৰ মুখে লাভ কৰা পাৰমাৰ্থিক সত্য সম্বন্ধীয় শিক্ষাক জ্ঞান বোলে। উক্ত জ্ঞান সম্পৰ্কীয় অনুভৱ বা উপলব্ধি বিজ্ঞান।
তত্বজ্ঞান : পৰমাত্মাৰ সম্পৰ্কে প্ৰকৃত সত্য উপলব্ধিয়েই তত্বজ্ঞান।
নবিধবস্তু : প্ৰকৃতি,পুৰুষ,মহৎতত্ব,পাচঁ তন্মাত্ৰ, অহঙ্কাৰ।
এঘাৰ বিধবস্তু : পঞ্চজ্ঞানেন্দ্ৰিয় +পঞ্চকৰ্ম্মেন্দ্ৰিয় +মন।
পাঁচবিধ বস্তু : পঞ্চমহাভূত।
তিনিবিধ বস্তু : ত্ৰিগুণ।
স্থায়ী বা সনাতন বস্তু : পৰমাত্মা।
বিকল্প ভাব : ভগৱন্তৰ চিন্তাৰ বাহিৰে ইন্দ্ৰিয়ভোগ্য বিষযৰ চিন্তাই বিকল্প ভাব।
আস্তেয় : চুৰ নকৰা।
আস্তিকতা : ঈশ্বৰ বিশ্বাস ।

## পঞ্চদশ অধ্যায়

অনুলোম বিবাহ : উচ্চ জাতিৰ বৰ আৰু নীচজাতিৰ কন্যাৰ বিবাহ।

প্ৰতিলোম বিবাহ : নীচ জাতিৰ বৰ আৰু উচ্চ জাতিৰ কন্যাৰ বিবাহ।

কৰ্ম্ম-জ্ঞান-ভক্তিযোগ : কৰ্ম্মযোগত বিৰক্তি আহিলে জ্ঞানযোগ আৰু জ্ঞান যোগৰ পৰা ভক্তিযোগ সাধন হয়; সেয়ে কৰ্ম্মতকৈ জ্ঞান, জ্ঞানতকৈ ভক্তি শ্ৰেষ্ঠ।

মানুহৰ কাম ত্ৰিবিধঃ (১)অবিহিত, নিষিদ্ধ বা নকৰিবলগীয়া কাম। চুৰ কৰা, জুৱাখেলা।
(২)কৰ্তব্য বা বিহিত কাম। স্বধৰ্ম্ম অনুসৰি কৰিবলগীয়া কাম
(৩) সাধাৰণ কাম, যেনে- খোৱা,টোপনি যোৱা আদি।

বিশুদ্ধ জ্ঞান : আত্মজ্ঞান বা জীৱাত্মা-পৰমাত্মাৰ অভেদজ্ঞান।

আত্মানুসন্ধান : জ্ঞানযোগ।

অনুলোম প্ৰণালী : ওপৰৰ পৰা তললৈ নামি অহা। প্ৰকৃতিৰ পৰা শৰীৰ,সূক্ষ্মৰ পৰা স্থূল প্ৰতিলোম প্ৰণালী স্থূলৰথ পৰা সূক্ষ্মলৈ, শৰীৰৰ পৰা প্ৰকৃতিলৈ উধাও হোৱা।

প্ৰমাদ : অসাবধানতা, ভ্ৰান্তি, বিপদ-আপদ আদি।

সংসাৰৰ অষ্টপাল : ধন, জন,যৌবন,লাজ,ভয়,জাতি,মান,বিদ্যা।

ভক্তিযোগী : ভক্তিত তন্ময়জন।

## ষোড়শ অধ্যায়

শব্দ : দুভাগত বিভক্ত- (১) স্থূল আৰু (২)সূক্ষ্ম। সূক্ষ্মশব্দ- চাৰিভাগে বিভক্ত পৰা,পশ্যন্তি,মধ্যমা। পৰা পশ্যন্তি ক্ৰমে প্ৰাণময় আৰু মনোময়। পৰা শব্দ প্ৰথমে প্ৰাণত উৎপত্তি হৈ মনলৈ আহে। পাচত মধ্যমাৰূপে বাগিন্দ্ৰিয়লৈ গৈ বৈশাৰী বা স্থূলশব্দ ৰূপে উচ্চাৰিত হয়।

## সপ্তদশ অধ্যায়

কাৰ্য্য আৰু কাৰণ : এটাৰ ভিতৰত আন এটাৰ অন্তৰ্ভূক্তি। কাৰ্য্যৰ ভিতৰত কাৰণ আৰু কাৰণৰ ভিতৰত কাৰ্য্য। কাৰ্য্যৰ পৰিতি স্বৰূপে 'কাৰণ ' স্বাভাবিকতেই সূক্ষ্মভাৱে সোমাই থাকে। সমস্ত চৰাচৰৰ কাৰণ ভগবান, চৰাচৰ জগত কাৰ্য্য।

কাৰণৰূপীতত্ত্ব      কাৰ্য্যৰূপীতত্ত্ব

 

(মহৎ তত্ত্ব অহঙ্কাৰ পঞ্চতন্মাত্ৰ (পঞ্চমহাভূত পঞ্চকৰ্ম্মেন্দ্ৰিয় মন) পঞ্চজ্ঞানেন্দ্ৰিয় )

পুৰুষ : চেতনাশক্তি সম্পন্ন জীৱাত্মা।

প্ৰকৃতি : সত্বগুণৰ বিকাৰ বা জড়শৰীৰ।

তামস : তম গুণৰ বিকাৰ বা অধিভূত।

: ৰজগুণৰ বিকাৰ বা অধ্যাত্ম।

## অষ্টাদশ অধ্যায়

বাদৰায়ণি : ব্যাসৰ আন এটি নাম বাদৰায়ণ,বদৰিকাশ্ৰমত থকাৰ বাবেই তেওঁৰ নাম বাদৰায়ণ। বাদৰাণ (ব্যাস) +ষ্ণি(পুত্ৰ) = ব্যাস পুত্ৰ শুকদেৱ।

উদ্ধৱ : বসুদেৱৰ সহোদৰ দেৱভাগৰ পুত্ৰ। কৃষ্ণৰ আৰ্বিভাৱৰদিনাই মথুৰাত উদ্ধৱৰো জন্ম হয়। আঠ বছৰ বয়সতে বৃহস্পতিৰ ওচৰত বিদ্যা -শিক্ষা শিকিছিল।

পঞ্চভাগীসকল : মানুহৰ ধন সম্পত্তিৰ ভাগ পোৱাৰ অধিকাৰীসকল - দেৱতা,ঋষি, পিতৃ,নৰ ,ইতৰ প্ৰাণী। গতিকে মানুহ এই পাঁচজনৰওচৰত ধৰুৱা। এই ধাৰ পৰিশোধৰবাবে পঢ়চযজ্ঞ কৰিব লাগে।

ব্যসন : অনৈতিক কৰ্ম্ম। ব্যসন কামজ আৰু ক্ৰোধজ দুভাগত

বিভক্ত। কামজ বৎসন-চিকাৰ কৰা, জুৱাখেলা, দিবানিদ্ৰা, পৰনিদ্ৰা, অনাহকত ঘূৰিফুৰা, বেশ্যা সঙ্গ কৰা, নাচগান, সুৰাপান। ক্ৰোধজ ব্যসন হৈছে কপটতা, টুটকীয়া কথা, ঈৰ্ষা, দ্ৰোহ, অসূয়া, প্ৰতাৰণা, কটুক্তি।

যক্ষ : ধনৰ উপদেৱতা শ্ৰেণী।

একমুহূৰ্ত্ত : ৪৮ মিনিট বা এদিনৰ ৩০ ভাগৰ এভাগ।

ত্ৰিদণ্ড : সন্ন্যাসীৰ লাঠি।

অহঙ্কাৰ : অজ্ঞানতাৰ বাবেই জীৱাত্মাই নিজৰ প্ৰকৃত ৰূপ পাহৰি অৰ্থাৎ নিজেই যে জন্ম-মৃত্যুহীন, নিত্যযুক্ত পৰমাত্মাৰ অংশ, তাক পাহৰি শৰীৰটোকে মই বুলি ভাবি, শৰীৰৰ সুখ- দুখকেই নিজৰ বুলি ভাবে, তেতিয়া তাক অহঙ্কাৰ বোলে। অহঙ্কাৰে নিজ ইচ্ছামতেই মন, বুদ্ধি, ইন্দ্ৰিয়ক চলায়— আৰু ভালবেয়া, সুখ দুখ- আদি ভেদ ভাৱবোৰ সৃষ্টি কৰে আৰু সেই অনুসাৰে ফলো ভোগ কৰায়।

## উণবিংশ অধ্যায়

মায়া আৰু জীৱ : মায়া প্ৰকৃতি, জীৱ পুৰুষ মানে প্ৰকৃতি-পুৰুষ।

'মই' : জ্ঞানসম্পন্ন জীৱাত্মাৰ প্ৰতিবিম্বৰূপী সত্ত্বা (Egoism) পৰমাত্মাৰ অংশ আত্মা, আত্মাৰ প্ৰতিবিম্ব জীৱাত্মা, জীৱাত্মাৰ প্ৰতিবিম্ব 'মই'। 'মই' শব্দই অহঙ্কাৰ আৰু অহঙ্কাৰে মনক মোহগ্ৰস্ত কৰি ভেদাভেদৰ সৃষ্টি কৰে।

ভূঃ : পৃথিৱী।

ভুবঃ : পৃথিৱী আৰু স্বৰ্গৰ মাজৰ আকাশ।

স্বঃ : স্বৰ্গ। দেৱগণৰ বাসস্থান।

উৰ্দ্ধ আৰু অধোগতিঃ মহ-তপ-সত্যাদি লোকলৈ উধাও হোৱা উৰ্দ্ধ, আৰু তৃণ-তৰু কীট-পতঙ্গাদি জীৱলৈ যোৱাক অধোগতি বোলে।

তামস অহঙ্কাৰ : তামস অহঙ্কাৰৰ পৰা পঞ্চ তন্মাত্ৰৰ সৃষ্টি হয়।

মহৎ তত্ত্ব : মহাজাগতিক জ্ঞান -শক্তি (cosmic Inteligence) আৰু সূত্ৰাত্মা বা মহাজাগতিক ক্ৰিয়া- শক্তি(cosmic Energy)

## বিংশ অধ্যায়

শম : মনৰ সংযম।

দম : ইন্দ্ৰিয় সংযম।

তিতিক্ষণ : শীত- উষ্ম দুয়োকে সহ্য কৰিব পৰা।

আত্মৰতি : নিজৰ আত্মাতে আনন্দ কৰিব পৰা।

সকাম কৰ্ম্ম : সাংসাৰিক ধন সম্পত্তি লাভৰ বাবে কামনা কৰা কৰ্ম্ম।

স্বধৰ্ম : নিজ কৰ্তব্য পালনৰ বাবে সত্ব-গুণৰ আশ্ৰয়ত কৰা সাধন মাৰ্গ।

তুৰীয় : সমাধি অৱস্থা বা গভীৰ ধ্যানত থকা অৱস্থা।

কৈবল্য : আত্মমুক্তি। প্ৰকৃতিৰ প্ৰভাৱৰ পৰা মুক্ত।

মুক্তি : সংসাৰ বন্ধনৰ পৰা আতৰি অহা জীৱাত্মা। অবিদ্যাৰে আচ্ছন্ন কৰ্ম্মাদিৰ পৰা আতৰি ব্ৰহ্মত নিজক স্থিত কৰাই মুক্তি।

## একবিংশ অধ্যায়

অধোক্ষজ : ইন্দ্ৰিয়ানুভূতিৰ অতীত। ততীন্দ্ৰিয়।

সূক্ত : বেদমন্ত্ৰ।

ষড়বৰ্গ : কাম -ক্ৰোধ-লোভ -মোহ-মদ-মাৎসৰ্য্য = ছয় ৰিপু

## দ্বাবিংশ অধ্যায়

ক্ৰিয়া যোগ : কৰ্ম্মকাণ্ডীয় আনুষ্ঠানিক প্ৰণালী.

অঙ্গন্যাস : পূজাৰ আগতে মন্ত্ৰ উচ্চাৰণ কৰি শৰীৰৰ বিভিন্ন অংগ স্পৰ্শ কৰি পবিত্ৰ কৰা কাৰ্য্য।

কৰণ্যাস : পূজাৰ সময়ত মন্ত্ৰ উচ্চাৰণ কৰি নিয়মানুসৰি আঙুলিবোৰ

স্পৰ্শকৰা।

| | | |
|---|---|---|
| মন্ত্ৰন্যাস | : | পূজা কৰোঁতে মন্ত্ৰউচ্চাৰণ কৰি প্ৰতিমা স্পৰ্শকৰা কাৰ্য্য। |
| আৱাহণ-বিসৰ্জ্জন | | পূজাকৰি হৃদয়স্থ জ্যোতির্ম্ময় আত্মাৰূপী জীৱকলাক আবাহন কৰি আনি প্ৰতিমাত স্থাপন কৰাই – 'আৱাহন' আৰু পূজাৰ অন্তত আত্মাৰূপী জীৱকলাক আকৌ হৃদয়স্থ জ্যোতিৰ লগত মিলাই দিয়াকে বিসৰ্জ্জন বোলে। |

## ত্ৰয়োবিংশ অধ্যায়

| | | |
|---|---|---|
| দৈত্যভাব | ঃ | দুই প্ৰকাৰে ভবা জীৱাত্মা আৰু পৰমাত্মা, পুৰুষ। আৰু প্ৰকৃতি ,স্ৰষ্টা আৰু সৃষ্টি । দৰাচলতে সকলোবোৰ পৰমাত্মাৰবিকাশ মাত্ৰ। |
| নিমিত্ত কাৰণ | ঃ | পৰমাত্মা সকলো প্ৰাণীৰ পদাৰ্থৰ নিমিত্ত। |
| উপাদান কাৰণ | ঃ | পৰমাত্মাইনিজে সৃষ্টি কৰে বাবে উপাদান কাৰণো। |

## চতুৰ্বিংশ অধ্যায়

| | | |
|---|---|---|
| স্পৰ্দ্ধা | ঃ | সমানজনৰ ভিতৰত নিজক আনতকৈ শ্ৰেষ্ঠজ্ঞান কৰা। |
| অসূয়া | ঃ | নিজতকৈ শ্ৰেষ্ঠজনৰপ্ৰতি ঈৰ্ষাভাব। |
| বিশাল | ঃ | বদৰিকাশ্ৰমৰ আন এটা নাম। |

## প্ৰাচীন অসমীয়া অভিধান

### চতুৰ্থ খণ্ড

# কীৰ্ত্তণ-ঘোষা

## চতুৰ্থ খণ্ড

# কীৰ্ত্তণ-ঘোষা

## ।। অ ।।

| | | |
|---|---|---|
| অকাম | ঃ | কামনাশূণ্য, নিষ্কাম। |
| অকীৰ্ত্তি | ঃ | দুষ্কৃতি, অকাৰ্য্য। |
| অগনি | ঃ | অগ্নি,জুই। |
| অগম্যাগমন | ঃ | বেশ্যা বা পতিতাৰ লগত গমন। |
| অগস্তি | ঃ | এজন মুনি। |
| অঘ মৰিষণ | ঃ | অঘ- মৰ্ষণ নামে পাপনাশ কৰিব পৰা মন্ত্ৰ। এটা নাকেৰে পানীখাই আনটো নাকৰ বিন্ধাৰে পানী নিৰ্গত কৰা কাম। |
| অঙ্গ-ভঙ্গ | ঃ | অঙ্গি- ভঙ্গি কৰা। |
| অনঙ্গকেলি | ঃ | অনঙ্গই কামদেবক বুজায়,কেলি মানে ধেমালি; কাম কেলি। যি প্ৰেম ক্ৰীয়াত অঙ্গ ব্যৱহিত নহয়। |
| অনঙ্গৰঙ্গ | ঃ | কাম কেলিৰ মাদকতা। |
| অনুকম্পা | ঃ | দয়া,সহানুভূতি সূচক. |
| অনুশৌচ | ঃ | অনুশোচনা কৰা, অনুতাপ কৰা। |
| অন্তক | ঃ | মৃত্যু,যম। |
| অন্তৰ্জ্জল | ঃ | পানীৰ অভ্যন্তৰত। |
| অন্তৰীক্ষ | ঃ | আকাশ,শূণ্য। |
| অপুণ্য | ঃ | পাপী,পুণ্যহীন। |
| অম্লান | ঃ | ম্লান নোহোৱা,জঁই নপৰা। |
| অৱলম্ব | ঃ | আশ্ৰয় ,ভিত্তি। |
| অৰ্থবাদ | ঃ | তৰ্ক কৰা,বিৰ্তক। |

| | | |
|---|---|---|
| অভাগ | ঃ | দুৰ্ভগীয়া। |
| অৰুণ | ঃ | ৰঙা,অৰুণ মানে সূৰ্য্য। |
| অলকা | ঃ | কপালত পৰি থকা কেকোঁৰা কেঁকুৰি চুলি। |
| অসূয়া | ঃ | হিংসা,দ্বেষ। |
| অহম্মম | ঃ | অহঙ্কাৰ,মই,মোৰ ভাব। |

## ।। আ ।।

| | | |
|---|---|---|
| আকালিবা | | |
| আকালিয়া | ঃ | দেখি, লক্ষ্য কৰি। |
| আখণ্ডল | ঃ | ইন্দ্ৰ। সুৰপতি,দেবেন্দ্ৰ। |
| আকেএৰে | ঃ | ইয়াৰে,ইয়াৰ দ্বাৰা। |
| আগ্ৰহি | ঃ | কাঢ়ি লৈ। |
| আচান্ত | ঃ | মুখ ধোৱা, আচমন। |
| আছি | ঃ | থাওক। |
| আছোক | ঃ | থাওক চাৰি। |
| আঞ্চল | ঃ | কাপোৰৰ আঁচল বা আগ। |
| আঞ্জৰ-পাঞ্জৰ | ঃ | আশে- পাশে,ওচৰে-পাজৰে। |
| অন্টাইলেক | ঃ | পালেগৈ। |
| আটাল | ঃ | ঘৰৰ ওপৰৰ চাং। |
| আটাস | ঃ | ভয়ঙ্কৰ শব্দ কৰি চিঞঁৰা |
| আটোপে | ঃ | দম্ভ কৰি। প্ৰবল প্ৰতাপ দেখুৱাই। |
| আন্ট | ঃ | নাড়ী। |
| আপেক্ষিয়া | ঃ | বৈ থাকি, বাট চাই থাকি,অপেক্ষা কৰি। |
| আৰকত | ঃ | ৰঙা। |
| আৰকা | ঃ | আকৌ,পুনৰ। |
| আৰম্ভ | ঃ | আগকাল। |
| আৰাম | ঃ | জিৰণীঘৰ,উদ্যান। |

আৰিমুৰি : আটিমুটি, ইকাটি সিকাটি কৰা।
আৰ্য্যক : আজোককা।
আলাগতে : শূণ্যতে, আকাশতে?
আলেজালে : মিছাতে,আকাৰ্য্যতে।
আবৰ্ত্ত : চাকনৈয়া।
আশেষ : অশেষ।
আষাৰেক : এ আষাৰ।
আষুধি : ঔষধি।
আসুখ : অসুখ।
আস্ফাল : আঘাটত।
আস্ফালি : ঘোদালি,তালফাল কৰি।

।। ই ।।

ইক্ষুদণ্ড : কুঁহিয়াৰৰ ডাল।

।। ঈ ।।

ঈষত : কিঞ্চিত, অলপমাত্র।

।। উ ।।

উগ্রশ্রবা : ৰোম হৰ্ষণৰ পুত্র, ঋষিসকলৰ আগত ভাগৱত ব্যাখ্যা কৰে।
উচ চাই
উচ্চয়া : ওপৰলৈ তুলি।
উচ্ছন্ন : নিৰ্মূল, উচ্ছেদ।
উচ্ছ্রিত : ওখ।
উচ্ছাদ : উচ্ছেদ।
উজন্টি : ভৰিৰ আঙুলিত পিন্ধা অলঙ্কাৰ।
উড়ি : ওপৰলৈ তুলি।
উড়ে : পৰিধান কৰে।
উত্তৰি : উত্তৰা বস্ত্ৰ।

| | | |
|---|---|---|
| উদাস | ঃ | উদং। |
| উদ্দিশ | ঃ | উৰাদিহ, উদ্দেশ। |
| উপতাপ | ঃ | উৎপাত, উপদ্ৰৱ। |
| উপসন | ঃ | উপস্থিত। |
| উপসৰ্গ | ঃ | অমঙ্গল। |
| উপাম | ঃ | তুলনা। |
| উপৰি | ঃ | উঘালি। |
| উপালম্ভ | ঃ | ঠাট্টা, মস্কাৰ। |
| উভঙ্গি | ঃ | উভালি। |
| উৰঃস্থল | ঃ | বুকু, বক্ষস্থল। |
| উৰ্ম্মি | ঃ | ঢৌ, লহৰ। |
| উসমিস | ঃ | ধৰফৰ। |
| উৰ্দ্ধমুখে | ঃ | ওপৰমুৰাকৈ। |

## ।। ঋ ।।

| | | |
|---|---|---|
| ঋত্বিজ | ঃ | পুৰোহিত। |
| ঋজু | ঃ | পোণ,চিধা। |
| ঋক্ষ | ঃ | ভালুক। |

## ।। এ ।।

| | | |
|---|---|---|
| একলে | ঃ | অকলশৰে। |
| একেদায়ে | ঃ | একেবাৰে বা একেলগে। |
| একেশ্বৰ | ঃ | অকলে। |
| এতেক | ঃ | ইমানবোৰ,ইমানখিনি। |
| এভু | ঃ | এতিয়া। |
| এৰাঁ | ঃ | কেঁচা। এৰাঁ ঘট।কেচামাটিৰ টেকেলি। |

## ।। ও ।।

ওৰফুল ঃ ৰঙা জবা ফুল।
ওৱা ঃ হেৰা, ওবা নৰলোক-হে নৰ লোক।
ওৰা ঃ সীমাৰেখা, অন্ত।
ওৱাচিল বাকী ঃ পোৱা-নোপোৱাৰ হিচাব, কাৰ্য্য- অকাৰ্য্যৰ লেখ।

## ।। ক ।।

কই ঃ ক'লৈ।
কঙ্ক ঃ এবিধ চৰাই।
কঙ্কাল ফান্দিয়া ঃ কঁকালত বান্ধ লগাই।
কছাইল ঃ সজাই পৰাই।
কটক ঃ সেনাৰদল, সেনাৰ পৌজ।
কটাহ ঃ কেৰাহি।
কটি ঃ কঁকাল।
কটোৱাল ঃ নগৰ ৰক্ষা কৰা সেনানী।
কটাশিলো ঃ খৰ্ব্ব কৰা, নাইকিয়া কৰা।
কতপা ঃ শপথ বাক্য।
কপিত্থ ঃ বেলগছ।
কপাট ঃ দুৱাৰ ,দৰ্জা।
কনাৰী ঃ শ্বেতপদ্ম, বগাপদুম।
কণৌৰ ঃ নীলোৎপল, নীলা ভেটফুল।
কম্বুকণ্ঠ ঃ শামুকৰ নিচিনা তিনিটা ৰেখা থকা ডিঙি।
কৰৱত ঃ কৰত, কাঁড়, দাঁৰ।
কৰীকৰ ঃ হাতীৰ শুৰ।
কল্প ঃ ব্ৰহ্মাৰ এদিন।

কক্ষা ঃ প্ৰতিজ্ঞা, প্ৰভাৱ, অঙ্গীকাৰ।
কাছ ঃ কাষ।
কাঞ্চলি ঃ বুকুৰ কাপোৰ।
কান্ত ঃ স্বামী, গৰাকী।
কাপ ঃ ছদ্মবেশ, কপতালি।
কাপুৰ্ণ্য ঃ কাকুতি মিনতি কৰা।
কালা ঃ কৃষ্ণ।
কটাইল ঃ অস্ত্ৰ- শস্ত্ৰ লৈ যুদ্ধলৈ যাত্ৰা কৰা।
কিশলয় ঃ কুঁহিপাত।
কুচ ঃ বুকু,স্তন।
কুন্দ-কড়ি ঃ কুন্দ ফুলৰ কলি।
কুন্দকখজান ঃ খিড়িকীৰবিদ্ধা। কুন্দ্ৰাক্ষ-জ্বালা।
কুন্দাৰ কুণ্ডাৰ ঃ কুন্দশালত কাম কৰা।
কুমুদ ঃ ভেঁটফুল, কুমুদিনী।
কুশল ঃ পাৰ্গতি, মঙ্গল।
কৃত্যাকৰি ঃ কৌশল কৰি,ছল কৰি।
কৃশ ঃ লেৰেলা, ক্ষীণ।
কৃষ্ণ চেষ্টা ঃ কৃষ্ণ লীলা।
কেয়ুৰ ঃ বাজু, বাহুত পিন্ধা অলঙ্কাৰ।
কোথা ঃ ক'ত।
ক্ৰোথেৰ ঃ ক'ৰ।
কোল ঃ ওচৰ, কাষ,নিকট।
কৌম ঃ পাট কাপোৰ।

## ।। খ ।।

খচি ঃ খচিত, লগোৱা, খটোৱা।
খপে ঃ কটায়, সময়,নিয়ায়।
খল ঃ মিছাকথা লগোৱা।
খাট ঃ চাপৰ।

| | | |
|---|---|---|
| খাটখৰি | ঃ | খটখটি। |
| খাণ্ডাবাৰু | ঃ | তৰোৱাল ও ঢাল। |
| খিনিস্কাৰ | ঃ | অপবাদ,অপযশ। |
| খুখুণ্ড | ঃ | গুৰি,মূল। |
| খুপি | ঃ | সৰু কোঠা। |
| খেখট | ঃ | ককর্শ শব্দ বা মাত। |
| খেড়ি | ঃ | ধেমালি, খেল। |
| খোজগুৰি | ঃ | খোজৰ চিনে চিনে গৈ।? অনুসন্ধান। |
| খোঁণ্টাজালি | ঃ | জিলজিলীয়া কাপোৰে লোৱা ওৰণি। |
| খ্যান্তি | ঃ | মুক্তি, ছুটী, আখ্যান। |

## ।। গ ।।

| | | |
|---|---|---|
| গঞ্জে | ঃ | নিন্দা কৰে, চেৰ পেলায়। |
| গড়াগড়ি | ঃ | মাটিত পৰি পৰি। |
| গণ্ড | ঃ | গাল,গণ্ডস্থল। |
| গলদঙ্গা | ঃ | গতা মৰা। |
| গয় | ঃ | সহকাৰী,অহঙ্কাৰ কৰি। |
| গাঁড়িশূকৰ | ঃ | গাঁৱৰ গাহৰি। খাই পেট পেলাই শুই থকা গাহৰি। |
| গহ কৰি | ঃ | গৰ্ব্ব কৰি। |
| গাৰ | ঃ | গুজি। |
| গীতাল | ঃ | গায়ক,গীত গাঁওতা। |
| গুঞ্জাৰ | ঃ | লাটুমনি গুটি। |
| গুণি | ঃ | কাৰণে,গুণে। |
| গুৰি | ঃ | অনুসন্ধান কৰি। |
| গুলাল | ঃ | ৰাম তুলসী। |
| গুলিয়া | ঃ | ডিঙিত পিন্ধা ধৰীয়ামনি। |
| গৃধ্র | ঃ | শগুণ। |
| গেড়ি | ঃ | চিএলৰ মাৰি। |

| | | |
|---|---|---|
| গেডুৰা | ঃ | গোৰোহা। |
| গেৰিয়ান্ত | ঃ | চিঞৰি চিঞৰিমাতে। |
| গেহ | ঃ | ঘৰ, গৃহ। |
| গো | ঃ | বেদ, স্বৰ্গ। |
| গোৰাওঁ | ঃ | খেদাওঁ,কটাওঁ। |
| গোড়তগোড়ে | ঃ | খোজত খোজে, খোজ দিদি। |
| গোৰস | ঃ | গাখীৰ। |
| গোষ্ঠ | ঃ | গৰু চৰণীয়া পথাৰ, গোচৰ। |

## ।। ঘ ।।

| | | |
|---|---|---|
| ঘঞ্চাল | ঃ | আঘাত। |
| ঘাঘুৰা | ঃ | সৰু জু পুকাৰ মালা। |
| ঘাটি | ঃ | মিছাকৈ কোৱা বা মিছা কথা কোৱা। |
| ঘাতুক | ঃ | মৰ্ম্মান্তিক। |
| ঘালে | ঃ | আঘাত। |
| ঘুমি | ঃ | শুই শুই। |

## ।। চ ।।

| | | |
|---|---|---|
| চটক | ঃ | চটক চৰাই। |
| চটকি | ঃ | চটচটাই। |
| চটি,চটিমতি | ঃ | অহঙ্কাৰ, বাহাদুৰি। |
| চড়াই | ঃ | এৰিদি, চেৰপেলাই ,তুলি, থিয়কৈ, ওখ কৰি। |
| চণ্ড | ঃ | বৰখণ্ডাল। |
| চতুৰঙ্গদল | ঃ | হাতী ঘোঁৰা ৰথ পদাতিৰে গঠিত সৈন্যদল। |
| চন্দ্ৰাবলী | ঃ | জোনাক ৰাতি। |
| চম্বু | ঃ | পোণ, ঋজু। |
| চম্বল | ঃ | চল্‌চলীয়া। |

| | | |
|---|---|---|
| চাঞেৰা | ঃ | বিচাৰোঁ। |
| চাটু | ঃ | ফুচুলোৱা, চালনা কৰা। |
| চাম্প | ঃ | হেচা প্রয়োগ কৰি। |
| বিড়ল,বিৰল | ঃ | চিত্র। |
| চিবুক | ঃ | থুঁতৰি। |
| চাণ্ড | ঃ | দুষ্ট। |
| চুম্পি | ঃ | চুপি। থাপ মাৰি ধৰি। |
| চূড়,চুৰ, চুৰি | ঃ | চূর্ণ কৰা,চিঙা। |
| চেঞাই, চেঞায়, চেঞাচ | ঃ | চিঞৰি, এবিধ পক্ষী। |
| চেড়ী | ঃ | বান্দী, দাসী। |
| চোঞা | ঃ | চোঁচা ,মোট। |
| চোচে বাসে | ঃ | সমুলঞে, হাঁহে বাঁহে। |
| চৌতি | ঃ | চ'তি। |
| চৌপন্থা | ঃ | চাৰিআলি। |
| চৌৰাঙ্গি | ঃ | হাত ভৰি চলাব নোৱাৰি পৰি থকা অৱস্থা। |

## ।। ছ ।।

| | | |
|---|---|---|
| ছটক | ঃ | চমক্। |
| ছড়ায়া | ঃ | চেৰাই ,এৰি থৈ। |
| ছন্ন | ঃ | উচ্ছন, নষ্ট কৰা। |
| ছানি | ঃ | আবৰি,ছাটি। |
| ছয়চক্র | ঃ | দেহত থকা পদুমৰ আকৃতিৰ ছয়স্থান। |
| ছাড় | ঃ | পেলনীয়া, পৰিত্যক্ত। |
| ছাদিল | ঃ | বমি কৰি দিয়া , উলিয়াই দিলে। |
| ছানিয়া | ঃ | ঢাকি , ছানি, আবৰি। |
| ছান্দে | ঃ | বান্ধে। |

| | | |
|---|---|---|
| ছাৰ | ঃ | সামান্য,সৰুসুৰা। |
| চিত্ৰ | ঃ | দোষ। |
| ছিৰ | ঃ | ফালি পেলোৱা। |
| ছিৰীৰাম | ঃ | শ্ৰীৰাম। |
| ছুঙ্গি | ঃ | চপাই,চেপি ধৰি। |
| ছোড়া | ঃ | গুচোঁৱা। |
| ছোৱা- গঞ্জা | ঃ | নুছুঁবলগীয়া,অস্পৃশ্য। |

## ।। জ।।

| | | |
|---|---|---|
| জঙ্কাৰন্ত | ঃ | জোবাৰে। |
| জগনিবাস | ঃ | জগতৰ আধাৰ,জগৎনাথ। |
| জগবন্ধু | ঃ | জগতৰ উপকাৰী ঈশ্বৰ। |
| জঙঘা | ঃ | কলাফুল। |
| জমক[illegible] | ঃ | চকমকীয়া। |
| জলদ | ঃ | মেঘ, জলময়,কলাডাৱৰ। |
| জলযন্ত্ৰ চক্ৰ | ঃ | কুঁৱাৰ পানী তোলাৰ বাবে ব্যবহিত চকৰি। |
| জয়তি | ঃ | বিজয়। |
| জাড়বুদ্ধি | ঃ | উপপতি ভজা ভাব। |
| জাঙ্গ | ঃ | কৰঙন, জঙঘা। |
| জান্তে | ঃ | ঘঁহে,পিহে। |
| জান্তন্ত | ঃ | মোহাৰি দিয়া, পিটিকি দিয়া। |
| জ্যাস | ঃ | জাহ যোৱা। আত্ম-বিসৰ্জ্জন। |
| জুট | ঃ | জঁটা। |
| জুমুৰি | ঃ | জুপুকা লগা। |
| জোনো, যোনো | ঃ | জানোচা,হয়তু,যেন নহয়। |
| জ্যোতিৰ্ভেজ | ঃ | গ্ৰহ-নক্ষত্ৰাদিৰ পোহৰ। |
| জ্বালা | ঃ | জ্যোতি,প্ৰভা। |

## ।। ঝ ।।

| | | |
|---|---|---|
| ঝণকে | ঃ | ঝণ ঝণ শব্দকৰা। |
| ঝপামা | ঃ | জপতিয়াই। |
| ঝাকিলা | ঃ | জাক পাতি মাৰিলে। |
| ঝান্টন্ত | | |
| ঝান্টে | ঃ | সোনকালে, খৰকৈ। |
| ঝাবলে | | |
| ঝাএগুলে | ঃ | দুয়োখন হাত জপতিয়াই। |
| ঝিকিপাৰে | ঃ | জিক্‌মিকায়। |

## ।। ট ।।

| | | |
|---|---|---|
| টবল | ঃ | বাদ্য-বিশেষ। |
| টমকিল | ঃ | বাদ্য বিশেষ। |
| টাঙ্কি | ঃ | ডুবাই,হানি কৰি। |
| টাঙ্গি,টিঙ্গি | ঃ | কাটি। ডাঙ্গি ঃ শিলকটা বটালি বা কোৰ। |
| টেৰ | ঃ | কেৰাহি কৰিচোৱা,বেঁকা। |
| টোৰণ | ঃ | বাটিচ'ৰা,পদুলি মুখৰ দুৱাৰ। |

## ।। ঠ ।।

| | | |
|---|---|---|
| ঠান, ঠানে | ঃ | দৰে,গঢ়েৰে, আকৃতিৰে। |
| ঠাৰি | ঃ | আৰ্হিৰে,পতিয়ন যোৱা। |
| ঠেস,কটাক্ষ | ঃ | বক্ৰ চাৱনিৰে চোৱা। |

## ।। ড ।।

| | | |
|---|---|---|
| ডাকিল | ঃ | দূৰ কৰিল, মাতিলে। |
| ডাকি | ঃ | গতিয়াই। |

## ।। ত ।।

তদগত : একাগ্ৰ হৃদয়ে।
তপসাইল : তপস্যা কৰিলে।
তম : অহঙ্কাৰ । তমগুণ।
তৰ : পাৰ, কমঠাই।
তৰি : উদ্ধাৰ হয়, নাৱেৰে পাৰ হয়, ত্ৰানপায়।
তড়িত : বিজুলি।
তাত : পিতা,স্বামী।
তাড়ে : হানে,বিন্ধে।
তাবদেকে : তেতিয়ালৈকে।
তাৱে : তাপ দিয়ে।
তিৰিমিৰি : তিৰিমিৰি।
তুল : তুল্য।
তেন্তে[illegible]ৰে : তেওঁৰে।
তেহ : তেনে।
তৈৰ : তাৰপৰা।

## ।। দ ।।

দৱায় : দৌৰাই।
দৰদৰি : থৰথৰকৈ,বেগাই।
দৰশায় : দেখুৱায়।
দল : লদা (মাটি একদল)
দহৱে : নষ্ট কৰে, পুৰে।
দাদুৰী : ভেকুলি।
দাণ্ড নুযুৱে : ঘূৰি নাচায়।
দীৰ্ঘি : দীঘল পুখুৰী।

| | | |
|---|---|---|
| দুতি | ঃ | দ্বিতীয়। |
| দুষ্মহ | ঃ | দুঃসাধ্য। |
| দুস্তৰ | ঃ | ৰক্ষা পোৱা কঠিন ধৰণৰ। |
| দেৱ আখণ্ডল | ঃ | ইন্দ্ৰ। |
| দেবযোগ | ঃ | দেৱতাৰ যোগ্য। |
| দেৱাঙ্গভূষণ | ঃ | দেৱতাৰ পোচাক। |
| দেৱান | ঃ | মন্ত্ৰী। |
| দোধো | ঃ | দুইদুই। |
| দোহাৰ | ঃ | দুডোখৰ, দুচেও। |

## ।। ধ ।।

| | | |
|---|---|---|
| ধনুযাগশাল | ঃ | ধনু পূজা কৰা যজ্ঞশাল। |
| ধাউগেড়ি | ঃ | প্ৰাণ কাতৰে লৰ মাৰা। |
| ধাকুৰন্তে | ঃ | ভুকুৱাই। |
| ধৰি | ঃ | যুদ্ধ। |
| ধূস্তৰ | ঃ | ধুতুৰা। |

## ।। ন ।।

| | | |
|---|---|---|
| নৱগণি | ঃ | লগুণ বা উতৰী। নৱগুণ -আচাৰ ,বিনয়,বিদ্যা,প্ৰতিষ্ঠা, তীৰ্থ দৰ্শন, বেদপাঠ, তপ, দান। |
| নবাধি | ঃ | বাধা নিদি। |
| নাকলে, নাকলিয়ঃ | | নমনে,নমনি। |
| নাৰে | ঃ | নোৱাৰে। |
| নাহ,নাহা | ঃ | স্বামী, গৱাকী। |
| নিকালি | ঃ | খেদি , আঁতৰাই। |

| | | |
|---|---|---|
| নিগ্ৰহি | ঃ | দমন নকৰি। |
| নিৰ্ঝৰ | ঃ | নিজৰ, ঝৰ্ণা। |
| নিঢালে | ঃ | হাত ভৰি মেলি। |
| নিত | ঃ | সদায়। |
| নিদান | ঃ | কাৰণ, ধনভাণ্ডাৰ। |
| নিন্দ | ঃ | নিদ্ৰা,টোপনি। |
| নিধি | ঃ | পুঁজি,ধনভাণ্ডাৰ। |
| নিস্বানে | ঃ | ধবনি বা শব্দত। |
| নিবিড় | ঃ | গাঢ়, ঘন। |
| নিমেষ | ঃ | চকুৰ পলকৰ সময়কণ। |
| নিৰপাৰ | ঃ | পাৰহীন, অপাৰ। |
| নিৰুজ | ঃ | সুস্থ। |
| নিৰ্ঘাত | ঃ | অত্যত, বজ্ৰপাতৰ দৰে ভীষণ শব্দ। |
| নিলয় | ঃ | ঠাই,স্থান। |
| নিৰ্য্যাৱ | ঃ | মৃত্যু,মৰণ। |
| নিৱতিয়া | ঃ | প্ৰত্যাবৰ্ত্তণ, ঘূৰি যোৱা। |
| নিষখল | ঃ | দুষ্টলোক। |
| নিশান,নিসান | ঃ | বাদ্য,সঙ্কেত। |
| নিহল | ঃ | শিকলি। |
| নিহালি | ঃ | নিৰীক্ষণ কৰা। |
| নুনুমায় | ঃ | উচিত নহয়। |
| নুহিকা | ঃ | নোহোৱা। |
| নৃগ | ঃ | ইক্ষাকু বংশৰ এজন ৰজা। এবাৰ গো-দানত বিভ্ৰাত ঘটাত ব্ৰাহ্মণৰ শাপত বিকলাঙ্গত পৰিণত হয়। |
| নৃহৰি | ঃ | নৃসিংহ, নৰ সিংহ অৱত। |
| নেদা | ঃ | নিদিয়া। |
| নেৱালী | ঃ | এবিধ ফুল। |

## ।। প ।।

পংক্তি : শাৰী।
পঞ্চজন : শঙ্খৰূপী এটা অসুৰ।
পঞ্জাল : পাঁচ আঙুলিৰে খোজৰ চিন
পত্রিশ : ত্রিশূলৰ দৰে অস্ত্র।
পদৰজ : ভৰিৰ ধূলি।
পদে : কাৰণে, বাবে।
পদ্মবচি : এবিধ ফুল।
পয়াণ : মৃত্যু,ইহলীলা সম্বৰণ।
পৰায় : প্রায়।
পৰিঘ : এবিধ অস্ত্র।
পৰিচ্ছেদ : অন্ত, ভেদ।
পৰশন্তে : স্পৰ্শত,সংস্পৰ্শত।
পলাম্পি : বুৰাই।
পাইক : চিপাহী।
পাঞ্চড়ি : এবিধ গছ। সুতলাহি।
পাঘে : পঘাৰে।
পাঞ্চানি বা পাঞ্চনিঃ আদেশ,হুকুম।
পাঞ্চে : পাচে, লগায়,নিয়োগ।
পাঞ্জৰ : দাঁতি,কাষ।
পাণ্ডুৰ : বগা হালধীয়া।
পাড়িলা : পেলালে।
পাদুকাপীহ্না : ভৰি ধোৱা পীৰা।
পাৰন্ত চুমা : চুমা খাই।
পাৰ্শি : পাহি।
পুচ্ছ : শোঁটা।
পুলি : পুৰি।

পৃষ্ঠ : পিঠি।
পেচন্দাৰ : এবিধ অলঙ্কাৰ।
পোখা : পাত।
পোলে : পুৰে,দগ্ধ কৰে।
পোষ্টা : পালন পোষণ কৰোঁতা।
প্ৰগলভ : নিৰ্ভীক,সাহসী।
প্ৰবুদ্ধ : নিবিষ্ট মনেৰে।
প্ৰয়াসি : যত্ন কৰি।
প্ৰলম্ব : দীঘল। এটা মান।

## ।। ফ।।

ফাড়ে : ফালে,ছিৰে।
ফিঙ্কাৱে : আলাশতে ঘুৰাই।
ফোফায় : ফোঁপায়।

## ।। ব।।

বচন সন্দেশ : বা-বাতৰি।
বড়া : বৰ।
বজাই : বাজ হয়, ওলাই যায়।
বনিয়া : সোনৰ বেপাৰী।
বৰ্তুল-বলিত : ঘূৰণীয়া লনি।
বলাই : মেলি, বিস্তাৰিত কৰি,বলভদ্ৰ।
বহি যায় : দিন অতিবাহিত হয়।
বাগী : কজলা বৰণৰ এবিধ ফুল।
বাছুৰি : গৰু পোৱালি। বৎস।
বাজিল : লাগিলে,বন্দী হ'ল।
বাজু : সৈন্যৰ চকী, পহৰীয়া পহৰা দিয়া স্থান।
বাঞ্চনী : কাম্য, বাঞ্ছা কৰা।

| | | |
|---|---|---|
| বাণিজ্যক | ঃ | বেপাৰী। |
| বামাণয় | ঃ | বিৰোধী,বামাচাৰী। |
| বাৰ | ঃ | বেৰ। |
| বাক্ক | ঃ | ছাল। |
| বাৰুণী | ঃ | এবিধ মদ। |
| বালাই লওঁ | ঃ | ধূলি লওঁ। |
| বাসয় | ঃ | গোন্ধাই। |
| বাহানে | ঃ | বানে, খুন্দা। |
| বিচাই,বিছাই | ঃ | পাৰি দিয়া,মেলি দিয়া। |
| বিজুবণ | ঃ | জন প্ৰাণী হীন অৰণ্য। |
| বিৰিঙ্গ | ঃ | উজ্জলতা,নিপুণ। |
| বিধূম | ঃ | ধোৱাহীন। |
| বিনি | ঃ | বিনা। |
| বিপ্ৰিয় | ঃ | অপ্ৰিয়। |
| বিষুদিন | ঃ | বিহুৰ দিন। |
| বিষ্ঠা-পলু | ঃ | বিষ্ঠাত থকা পোক। |
| বীৰি | ঃ | বীৰ। |
| বীৰিকাৰ | ঃ | বাঁহজাতীয় গছ। |
| বুন্দামাৰ, বুন্দামাল | ঃ | সম্পূৰ্ণ ধ্বংস কৰা। |
| বেতবায় | ঃ | মুখবায়,মুখ মেলি। |
| বেৰুঝাৰ | ঃ | উঁই, হাফলু। |
| বেৰাটি | ঃ | কঁকালত বন্ধা পেটি। |
| বৈতালিক | ঃ | প্ৰশস্তি গোৱা লোক। |
| বৈদুৰ্য্য | ঃ | পদ্মৰাগ মান। |
| বৈলখিল | ঃ | অস্বাভাৱিকতা। |
| বোম্বালে | ঃ | বেগে। |
| ব্ৰীড়া | ঃ | লাজ। |

## ।। ভ ।।

| | | |
|---|---|---|
| ভটকে | ঃ | ভোৰভোৰায়। |
| ভন্টাখেৰি | ঃ | ভটাগুটিৰ খেল। |
| ভচ্ছিয়া | ঃ | শোচ কৰি। |
| ভাগ | ঃ | ভাগ্য। |
| ভাজন | ঃ | পাত্ৰ। |
| ভাষভুস | ঃ | ফাচ্‌ফুচ। |
| ভাসে | ঃ | প্ৰকাশ পায়। |
| ভিগুাবান্ধি | ঃ | দ'ম হৈ আছে। |
| ভিতি | ঃ | ফালে। |
| ভিড়িল | ঃ | বেঁকা হ'ল, হেঁচা মাৰি ধৰা। |
| ভীতি | ঃ | পক্ষ ললে। |
| ভুককুৰা | ঃ | ফুচুলুৰা। |
| ভূমিচাল | ঃ | ভূমিকম্প। |
| ভূমি পাবে | ঃ | খোজ কাঢ়ি। |
| ভেজাইলা | ঃ | পঠালে লগালে। |
| ভেন্টি | ঃ | এবিধ ফুল। |
| ভ্ৰমৰ | ঃ | ভোমোৰা। |

## ।। ম ।।

| | | |
|---|---|---|
| মখ | ঃ | ইন্দ্ৰৰ বাবে কৰা যজ্ঞ, উৎসৱ। |
| মজাঠি | ঃ | মজাঠি। |
| মণিৰাজ | ঃ | এবিধ ফুল। |
| মথনি | ঃ | মথন কৰা দণ্ড। |
| মদে চঞ্চল | ঃ | কামনাত চঞ্চল। |
| মনমথ | ঃ | কামদেৱ। |

| | | |
|---|---|---|
| মৰকত | ঃ | এবিধ মনি। |
| মৰ্ম্মস্থল | ঃ | সন্ধিস্থান। |
| মলচিল মুখ | ঃ | মুখ মোহাবিলে। |
| মহামাৰ | ঃ | মৃত্যু। |
| মহোদয় | ঃ | মুক্তি। |
| মাৰ্জ্জে | ঃ | মাজন কৰে,মচে। |
| মালড়ি | ঃ | অঙ্গিভঙ্গি। |
| মুই | ঃ | মই। |
| মুঞ্জমালা | ঃ | মুঞ্জবনৰমালা। |
| মুণ্ডাওঁ | | |
| মুণ্ডিলা | ঃ | মুণ্ডণ কৰোঁ। |
| মুনিষাই | ঃ | পুৰুষালি। |
| মুৰালি | ঃ | মালা গাথি। |
| মেখলা | ঃ | কাঞ্চী, কঁকালত বন্ধা কাপোৰ। |
| মেলাল | ঃ | মুকলি। |
| মোলান | ঃ | পদুমৰ ঠাৰি। |
| মোলে | ঃ | দামত, মূল্যত। |
| মোষে | ঃ | নষ্ট কৰে। |
| মৌক্তিক | ঃ | মুকতাৰে। |

## ।। য ।।

| | |
|---|---|
| যন্ত্ৰ | তান্ত্ৰিক পদ্ধতিৰ পূজাৰ বেদিত সজা মণ্ডল চক্ৰ। |
| যামা | দেৱতাৰ এক শ্ৰেণী। |
| যাবদেকে | |
| যাবে | যেতিয়ালৈকে,যাতে। |
| যুথপ | হাতীৰ দলপতি। |

| | | |
|---|---|---|
| যেনঠানে | ঃ | যিমতে, যিদৰে। |
| যৈসানি | ঃ | যেতিয়া। |
| যোগ | ঃ | যোগ্য। |

## ।। ৰ ।।

| | | |
|---|---|---|
| ৰঙ্গে | ঃ | ৰং লাগি শোভা কৰে। |
| ৰড়ি | ঃ | উচ্চাৰণ কৰি। |
| ৰড়ে | ঃ | গায়। |
| ৰহস্যজ্ঞান | ঃ | তত্ত্ব জ্ঞান। |
| ৰাউল | ঃ | গৰাকী, ৰক্ষক। |
| ৰাঙ্গল | ঃ | এবিধ ৰঙা ফুল। |
| ৰিদ পাড়ি | ঃ | আঁঠুকাঢ়ি , বগাই ফুৰা। |
| ৰুজ | ঃ | খতিখুন। |
| ৰুধিৰি | ঃ | তেজ,ৰক্ত। |
| ৰুৰলী | ঃ | কজা। |

## ।। ল ।।

| | | |
|---|---|---|
| লঘিমা | ঃ | অতি সৰু হ'ব পৰা ভগৱানৰ অষ্ট ঐশ্বৰ্য্যৰ এক ঐশ্বৰ্য্য। |
| লপা | ঃ | অৰ্থশূণ্য কথা বলকি থকা লোক। |
| লৱলেশ | ঃ | অতিকম,নিচেই সামাণ্য। |
| লাঙ্গুল, লাঞ্জ | ঃ | নেজ। |
| লামে | ঃ | লাহে লাহে। |
| লোলে | ঃ | ওলমে, লৰে। |
| লুম্ফি | ঃ | জপিয়াই পৰা। |
| লোকাই | ঃ | লোকসকল। |
| লোকালোক | ঃ | এটি কাল্পনিক পৰ্বত,ইয়াৰ এফালে পোহৰ ,আনফালে আন্ধাৰ। |

| | | |
|---|---|---|
| লোটাৰি পাড়ন্ত | ঃ | বাগৰি ফুৰা। |
| লোহ | ঃ | চকুলো। |

## ।। শ ।।

| | | |
|---|---|---|
| শকত | ঃ | শক্তিবন্ত। |
| শক্য | ঃ | সাধ্য। |
| শাশুৰিক | ঃ | শশুৰি খাটিবলৈ। |
| শাস্তা | ঃ | শাসন কৰ্ত্তা। |
| শিফা | ঃ | শিপা। |
| শুশু | ঃ | শুৰ। |
| শুতি | ঃ | শুই থকা। |
| শুহায় | ঃ | শুৱায়, শোভা কৰে। |
| শোভৰ আযুধি | ঃ | শোব ৰোগৰ কোনো ঔষধ নাই। গতিকে ব্যৰ্থ প্ৰয়াস বুজায়। |
| শ্ৰমজল | ঃ | ঘাম। |
| শ্ৰীবৎস | ঃ | বিষ্ণুৰ সোঁ বুকুৰ কেঁকোৰা নোম। |
| শ্ৰুতি | ঃ | শুনি,বেদ, চুৰ্ত্তি। |
| শ্বান | ঃ | কুকুৰ। |
| শ্ৰোণী | ঃ | তপিনা। |

## ।। স ।।

| | | |
|---|---|---|
| সঙ্কলিলা | ঃ | মৃত্যু হ'ল। |
| সঙ্কাশ | ঃ | সমান,সদৃশ। |
| সজল জলদ | ঃ | ৰৰষুণযুক্ত মেঘ। |
| সজ্ঞুকি ,সজ্ঞুকিয়া | ঃ | চেতনা পাই, জ্ঞান পাই। |
| সজ্ঞুক্ষণ | ঃ | সচেতন। |
| সন্নিধানে | ঃ | ওচৰত। |
| সগত | ঃ | সপ্ত, সাত। |

| | | |
|---|---|---|
| সমজ্যা | ঃ | সমজুৱা। |
| সম্পজিল | ঃ | জন্ম পালে। |
| সম্ভৃত | ঃ | বিস্তৰ, বহুত। |
| সৰি | ঃ | সমান, সদৃশ। |
| সাধো | ঃ | বিচাৰো,সম্পন্ন কৰো। |
| সান্ধি | ঃ | সঙ্কটময় স্থান। |
| সামৰাজ্য | ঃ | কৰতলীয়া ৰজা। |
| সায়ক | ঃ | অস্ত্ৰ। |
| সাৰতৰ | ঃ | শ্ৰেষ্ঠ। |
| সাৰি | ঃ | শব্দ কৰা। |
| সাৰূপ্য | ঃ | ঈশ্বৰৰ লগত এককেৰূপ হোৱা। |
| সাৰ্ব্বভৌম | ঃ | একছত্ৰী সম্ৰাট, চক্ৰৱৰ্ত্তী ৰজা। |
| সাৰে | ঃ | মৰায়। |
| সুতি, সুতিয়া | ঃ | শুই। |
| সিংহ চম্পা | ঃ | এবিধ চম্পা ফুল। |
| সিঞ্চাই | ঃ | সিঁচৰিত কৰি। |
| সুকৃতি | ঃ | পুণ্য। |
| সুচান্দ বয়ন | ঃ | সুন্দৰ মুখ। |
| সুঠান,সুঠান | ঃ | সুগঠিত। |
| সূতাৰ | ঃ | বাঢ়ৈ,মিষ্টি। |
| সুভাগিনী | ঃ | সুৱাগ। |
| সুম্পি | ঃ | অৰ্পণ কৰি, উছৰ্গি। |
| সুৰভি | ঃ | কামধেনু। |
| সেহ্বৰে | ঃ | বেগতে, সহজে। |
| সেৱলি | ঃ | সেৱা। |
| স্বকী | ঃ | নিজস্ব ভাৱে। |
| স্বতঃগতি | ঃ | নিজগতি। |
| স্বৰজাতি | ঃ | স্বৰধবনি, ই তিনিবিধ উদাও, অনুদাত্ত, স্বৰিত। |
| স্বাস্থ হোৱা | ঃ | শান্ত হোৱা। |

সৈতাৰি : সতী যোৱা প্ৰথা।
সপনে : সপোনত।

## ।। হ।।

হলফল : লৰচৰ কৰা, লৰা।
হস্তিয়াৰ : মাউত।
হাঙ্কাৰি : মাতি।
হাণ্ঠিতে : খোজ কাঢ়োতে।
হামাৰি : আমাৰ।
হসকি : সৰকি।
হোড়ৰ : এবিধ অলঙ্কাৰ।
হেষনি : ঘোঁৰাৰ মাত।
স্থাবৰ : স্থিতিশীল।
ক্ষনিক : ক্ষন্তেকীয়া।
ক্ষেপন্ত : দলিয়াই দিয়া, নিক্ষেপ কৰা।

ঃঃঃ ঃঃঃ ঃঃঃ

# প্ৰাচীন অসমীয়া অভিধান

## পঞ্চম খণ্ড

শ্ৰীমন্ত শংকৰদেৱৰ বিৰচিত

# দশম

## পঞ্চম খণ্ড

### শ্ৰীমন্ত শংকৰদেৱৰ বিৰচিত

# দশম

### (আদিৰ পৰা অন্তলৈকে একাদিক্ৰমে শব্দাৰ্থ আৰু প্ৰাসঙ্গিত তত্ত্বাৰ্থ)

যাদৱ : যদু +(ষ্ণ) =যাদৱ বংশত আবিৰ্ভাৱ হোৱা কৃষ্ণ।

মাধৱ : মা- লক্ষ্মী + ধৱ- স্বামী =লক্ষ্মীপতি মাধৱ অৰ্থাত কৃষ্ণ।

জনাৰ্দ্দন : জন-মায়া অৰ্দ্দন -সংহাৰ কৰোঁতা, অঘটন ঘটন পটীয়সী মায়াৰবান্ধোন নাশ কৰিব পৰা ভগবান। মায়া ভগৱানৰ যাদুকৰী শক্তি। মায়াধীশ কৃষ্ণ।

হৃষীকেশ : হৃষীক -জ্ঞানেন্দ্ৰিয় +ঈশ- ঈশ্বৰ ইন্দ্ৰিয় নিয়ন্ত্ৰক- ভগবান কৃষ্ণ। ইন্দ্ৰিয় দুবিধ-বাহ্য কৰণ ( বহিঃ ইন্দ্ৰিয়) আৰু অন্তঃ কৰণ ( অন্তৰেন্দ্ৰিয়)। মন বুদ্ধি চিত্ত অহঙ্কাৰ -অন্তৰেন্দ্ৰিয় আৰু দশ ইন্দ্ৰিয় বহিঃ ইন্দ্ৰিয়।

সদাশিৱ : সৰ্ব্বমঙ্গলময়।

সনাতন : চিৰ বিৰাজমান। ঈশ্বৰৰবাদে বাকী বোৰ চিৰবিৰাজমান নহয়।

প্ৰণত কাৰণ : শৰণা পন্নক ভগৱানে ৰক্ষা কৰে বাবে প্ৰণতকাৰণ। ইয়াকে পুষ্টি বোলে।

নাৰায়ণ : নাৰ-পানী +অয়ন =শয়ন কৰি থকা; জলশায়ী নাৰায়ণ। সেই জল নাৰায়ণৰ দেহৰ পৰা ওলায়।

নিৰাকাৰ : যাৰ নিজৰ আকাৰ নাই। ব্ৰহ্ম শূণ্য।

অৱতাৰ : 'অবতৃন' শব্দৰ পৰা অৱতাৰ শব্দ ওলাইছে। ভকতক গ্ৰহ

কৰে. অপ্ৰপঞ্চৰ পৰা প্ৰপঞ্চ লৈ নামি অহাৰ বাবে অৱতৰণ বা অৱতাৰ বোলে।

কৃষ্ণ : কৃষ্ +ন। কৃষ্ মানে সংসাৰ 'ন' মুক্তি। পৃথিৱীৰ আনন্দ কৃষ্ণ নাম।

ভগবান : 'ভগ' মানে ঐশ্বৰ্য্য,বীৰ্য্য,যশ, শ্ৰী, জ্ঞান, বৈৰাগ্য।

নিধি নিধান : আধাৰ, ধন-ৰত্ন, ন্যাস।

হৰি : মায়া-মমতা হৰণ কৰোঁতা।

মহাভাগৱত : মহাপুৰাণ, ভক্তিৰ সাৰতত্ত্ব থকা শ্ৰেষ্ঠ পুৰাণ।

মূঢ় : মূৰ্খ।

মহাপাপ : পাচবিধ-ব্ৰহ্ম হত্যা,সুৰাপাণ,ব্ৰাহ্মণৰ গৰু চুৰি,গুৰু ভাৰ্য্যা গমন, গো-বধ।

সূচী : বেজি।

আত্মজ্ঞ : আত্মজ্ঞানী।

বৈৰাগ্যশ্ৰৱণ-কীৰ্ত্তনৰ পৰা ভক্তি,ভক্তিৰ পৰা জ্ঞান,জ্ঞানৰ পৰা বৈৰাগ্যৰ উৎপত্তি হয়।

কুম্ভীৰ মগৰ : কৌৰৱৰ ঘোৰ অক্ষৌহিনী সৈন্য সাগৰ স্বৰূপ, ভীষ্ম-দ্ৰোণ আদি কুম্ভীৰ মগৰ সদৃশ। পাণ্ডৱে কৃষ্ণৰূপী নোকাৰে এই সাগৰ পাৰ হ'ল।

দ্ৰোণী : দ্ৰোণৰ পুত্ৰ অশ্বথামা( দ্ৰোণ-ঙি)

ইষ্টদেৱ : উপাস্য দেৱতা।

দামোদৰ : যশোদাই কৃষ্ণক কঁকালত ৰচিৰে বান্ধি থোৱাৰ বাবে দাগ হৈছিল বাবে কৃষ্ণক দামোদৰ বোলে। (দাম- ৰচি,+ উদৰ-পেট বা কঁকাল)

তিন্তি : তিতি।

ক্ষীৰোদধি : সপ্ত সাগৰৰ একখন সাগৰ।গাখীৰৰ সাগৰ। দেৱাসুৰে মন্থন কৰা সাগৰ।

সঙ্কৰ্ষন : দৈৱকীৰ ৭ম গৰ্ভ মহামায়াই নি ৰোহিনীৰ গৰ্ভত স্থাপন কৰে বাবে বলৰামৰ নাম সঙ্কৰ্ষণ।

মহামায়া : এওঁক কুমুদা, চণ্ডিকা,কৃষ্ণা, মাধৱী, মায়া, নাৰায়ণী আদি

নাম দিয়া হয়।

বসুদেৱ : সুৰ যদুপতিৰ পুত্ৰ।

বাঘজৰী : এৰাব নোৱাৰা বান্ধোন।

অৱগ্ৰহ : লেগাম।

মন্যু : খং,ক্ৰোধ।

আসৰিশ : অসদৃশ্য,সাদৃশ্য নোহোৱা।

সত্যব্ৰত : সত্যই যাৰ একমাত্ৰ ধৰ্ম্ম। ভগবান সত্যত বন্দী।

কৰ্ম্ম বন্ধন-নাশ : ভক্তি আৰু বৈৰাগ্যৰ দ্বাৰা কৰ্ম্মবন্ধন নাশ হয়।

প্ৰকৃতিআশ্ৰয় বৃক্ষঃ পৰিদৃশ্যমান জগত। ইয়াৰ মূল উৰ্দ্ধৰ ফালে। ইয়াৰ ফল ২ বিধ -সুখ +দুখ। মূল- খণ্ড+ সত্ত্ব- ৰজ-তম। ৰস ৪ অৰ্থ- ধৰ্ম্ম- অৰ্থ -কাম- মোক্ষ। শিপা ইন্দ্ৰিয়বল। আত্মা- ৬উৰ্ম্মি -শোক- মোহ-জৰা, মৃত্যু- ক্ষুধা-পিপাসা। ছাল- ৭ধাতু - ৰস - ৰক্ত- মাংস- মেদ - অস্থি- মজ্জা- শুক্ৰ। শাখা অষ্টপ্ৰকৃতি -৬ মহভূত +মন +বুদ্ধি +অহঙ্কাৰ।
পাত- দশবায়ু- প্ৰাণ - অপাণ-ব্যান-সমান-উদান-নাগ- কুৰ্ম্ম-কৃকৰ- দেবদত্ত- ধনঞ্জয়।

মহাজ্ঞাণী : তত্ত্বজ্ঞাণী।

অপণ্ডিত : মায়া-অবিদ্যাৰে আবৃতলোক।

সংসাৰ : জীৱৰ জন্ম-মৃত্যু হোৱা স্থান।

পৰমপুৰুষ : শ্ৰেষ্ঠ পুৰুষ।

নামৰ ৭ কাৰ্য্য- (১) পাপ নষ্ট কৰে।
(২) পূণ্য অৰ্জ্জন হয়।
(৩) বিষয়ত বিৰকতি হয়।
(৪) কৃষ্ণত প্ৰেম ভকতি হয়।
(৫) পৰম জ্ঞান লাভ হয়।
(৬) মায়া -অবিদ্যা নাশ হয়।
(৭) লীন মুক্তি লাভ হয়।

জলধৰ : মেঘ।

শ্ৰীবঃসপতি ঃ বিষ্ণুৰ বুকুৰ বগা নোমৰ শাৰী।

শ্ৰীবৎস পান্তি

পান্তি ঃ শাৰী।

কৰত ঃ হাতত।

ঘোষ ঃ শব্দ।

স পট ঃ সবস্ত্ৰে।

পুৰুষ পুৰাণ ঃ ঋকবেদৰ পুৰুষ সূক্তত যিজনৰ বিষয়ে কোৱা হৈছে। বিষ্ণু, নাৰায়ণ।

কাল ঃ ব্ৰহ্মাৰ শক্তি।

বাহু ঃ বাৰ।

আটেপে উঙ্কাৰে ঃ অতিবল-বিক্ৰমেৰে।

হাংগাৰে ঃ হেঙাৰেৰে।

ছুটে ঃ আতৰি যোৱা।

সৰ্পৰাজ ঃ বাসুকি।

বজোৱাৰ ঃ ডাঙৰ ঢৌ।

পান্থ ঃ পাথ, ৰাস্তা।

সিন্ধুৰাজ ঃ সাগৰ।

অপ্ৰয়াসে ঃ অতি সহজে।

অনেক কাপুণ্য কৰি ঃ অশেষ কাতৰ কৰি।

আঞ্চল পাতি ঃ আঁচল পাতি।

আৰ্তৰাৱে ঃ অতি দুখেৰে।

ভৰছন্তে ঃ গালি পাৰি।

হন্তে ঃ পৰা।

নিশল ঃ দুষ্ট,নিলাজ।

বিমৰিষ ঃ চিন্তা কৰে।

গুণন্তে গান্থতে ঃ ভাবোতে গুণোতে।

ৰণছেৰ ঃ ৰণত পৰাজিত হোৱাজন।

টাই ঃ দৰ্প,অহঙ্কাৰ।

| | | |
|---|---|---|
| ভাথৰ | ঃ | ভতুৱা,কুকুৰ। |
| আষুধি | ঃ | ঔষধ। |
| নটে | ঃ | নৃত্য কৰোঁতা। |
| ভাতে | ঃ | দুত,তোষামোদ কৰোঁতা। গুণ -গান কৰোঁতা। |
| চপয় | ঃ | চাৰিপদ যুক্ত,শ্লোক,বিষ্ণুস্তুতিত ব্যৱহিত। |
| গীতাল | ঃ | গীত গাওঁতা। |
| দুন্দুভি | ঃ | ডাঙৰ নাগেৰা। |
| ফুঙ্কে | ঃ | ফুকে। |
| ভেৰী | ঃ | মুখেৰে বজোৱা বাদ্য। |
| সাঞ্জিমাজি | ঃ | সাৰি মুঁচি। |
| গোষ্টক | ঃ | গৰুবন্ধা ঠাই। গৰু-মহৰ খুটি। |
| ফালি | ঃ | মূৰত মেৰাই লোৱা কাপোৰ। |
| আণ্ঠুতে | ঃ | আঁঠুলৈকে। |
| লোতয় | ঃ | ওলমি থকা। |
| উৰুকমূৰুক | ঃ | আনন্দ বিহ্বল হৈ। |
| শিখে | ঃ | শিৰত,সেওঁতাত। |
| বলয়া | ঃ | খাৰু। |
| নেট খোন্টাজালি | ঃ | পাটৰ শাৰী বিশেষ। |
| গুণ্ডি | ঃ | গুড়ি,গুৱা। |
| পিণ্ড | ঃ | লাৰু। |
| তাম্বুল | ঃ | তামোল। |
| নীৰ | ঃ | চকুলো। |
| আউৰ | ঃ | আৰু। |
| আন্তপোচা | ঃ | পেটমোচা। নুমলীয়া। |
| শকট | ঃ | গাড়ী। |
| পাখিলেক | ঃ | পাচিলে। |
| নিতম্ব | ঃ | তপিনা। |
| কৃশকটি | ঃ | সৰু কঁকাল। |
| প্ৰবৰ্তি | ঃ | প্ৰকাশ কৰি। |

কুণ্ডল : কাণত পিন্ধা অলঙ্কাৰ।
ছাবালক : কেঁচুবা।
নিবাৰন্তা : বাধা দিওঁতা।
পৰাই : প্ৰায়।
হেম্পচয় : হেঁচা মাৰি দিয়া।
চেঞ্চাই : চিঞৰে।
বেস্তবাই : মুখ মেলি।
লাঙ্গলৰ ইশ : নাঙলৰ ফাল।
ৰক্ষামন্ত্ৰ : ৰাখি বন্ধন।
অসটি কুসটি : আতৌ পুতৌ।
মেহ্লাইলা : মেৰালে।
দেবাই ভৈল : ভূতে ধৰিলে বুলি ।
গোময় : গোবৰ।
শ্ৰুতিপাই : জ্ঞানপাই ।
মনিশ্ৰস্তে : কৌস্তুভমনি।
হয়গ্ৰীৱ-শিৰোধৰ
মূৰ্ত্তি : ভগবানৰ এক অৱতাৰ । 'একৰ পৰা মই বহু হম' বুলি বিষ্ণুৱে চিন্তা কৰি নাভি কমলৰ পৰা ব্ৰহ্মাৰ উদ্ভৱ হয় আৰু সহস্ৰদল পদ্মৰ ওপৰত উপবিষ্ট হয়। পদ্মৰ মধ্যস্থ দুটোপাল দলৰ পৰা মধু আৰু বেদবোৰ কাঢ়ি নি ৰসাতল পোবায়গৈ।তেতিয়া বিষ্ণুৱে হয়গ্ৰীৱ শিৰোধৰ মূৰ্ত্তি ধৰি মধু-কৈট ভৱ মাৰি উদ্ধাৰ কৰে।
কেশৱ : কে- মানে পানী, শৱ -মৰাশৰ দৰে পৰি থকা, ভগবান বিষ্ণুৱে কেশীক বধ কৰাৰ বাবে কেশৱ বোলে।
উৰুক্ৰম : বামন অৱতাৰ।
নিৰুজ : নিৰোগী।
মধুহা : মধু দৈত্যক বধ কৰা বিষ্ণু।
পৃশ্নিগৰ্ভ : পৃশ্নি সতীৰ গৰ্ভত সুতপা প্ৰজাপতিৰ ঔৰসত বিষ্ণুৱে পৃশ্নি গৰ্ভ নাম লৈ অৱতাৰ হয়।

| | | |
|---|---|---|
| মধুসূদন | ঃ | মধু দৈত্যক বধ কৰাৰ বাবে বিষ্ণুক মধুসূদন বোলে। |
| লুণ্ডি- ঘূণ্ডি | ঃ | লাৰি চাৰি। |
| গণ্ডুষ | ঃ | হাতৰ তলুৱাত ধৰা পানী। |
| ঔত্থানিক কৌতুক | ঃ | কেচুৱা উবুৰি খোৱা উৎসৱ। |
| খট | ঃ | মন্ত্ৰ। |
| বাতমাগুলি | ঃ | বা-মাৰলি। |
| লৰৰাযম | ঃ | বুঢ়া যম। |
| খুই | ঃ | খুলি। |
| একুতি | ঃ | যি তিৰোতাৰ মাত্ৰ এটা সন্তান। |
| ভেল | ঃ | চকুৰ বগা ভাগ। |
| নিকলিল | ঃ | বাহিৰ ওলাল। |
| নিৰ্ঘাত | ঃ | বজ্ৰপাত। |
| মহাদই | ঃ | মহাদেৱী। |
| ঘাঘাৰ | ঃ | জুনুকাৰ শব্দ। |
| কৰ্দ্দম | ঃ | বোকা। |
| লাঞ্জ | ঃ | নেগুৰ। |
| বজান্ত | ঃ | বাহিৰ ওলাল। |
| চাণ্ড | ঃ | দুষ্ট। |
| ভৰাসন্ত | ঃ | ভয় দেখুওৱা। |
| গঁদগিৰি | ঃ | সাধু গৃহস্থ। |
| ভৰ্চ্ছি | ঃ | মলত্যাগ কৰি। |
| ধান্দা | ঃ | চিন্তা ভাৱনা। |
| স্ৰবে | ঃ | ক্ষৰিতহোৱা। |
| হাণ্ডি | ঃ | হাড়ী,মাটিৰ পাত্ৰ। |
| খুপি | ঃ | কোঠাত। |
| পোষণ বাণৰে | ঃ | পোহনীয়া বান্দৰে। |
| জুম্পি জুম্পি | ঃ | লাহে লাহে। |
| শ্ৰোণী | ঃ | তপিনা। |
| পূৰ্ব্বাপৰ | ঃ | আদি অন্ত যাৰ নাই। |

নাগ : মতা হাতী।
শ্ৰীমদে : ধন - ঐশ্বৰ্য্যৰ বাবে অহঙ্কাৰ।
গুহ্যক : কুবেৰৰ অনুসৰ।
মালাৰী : ল'ৰা ছোৱালীৰ খেলা।
পসাৰী : পহাৰী।
খেড়ি : খেলা।
ঝান্তে : তৎক্ষনাৎ।
ঘাগি : মূল আশ্ৰয়।
বৎসপাল : গৰখীয়া।
সিহঁৰন্ত : চিএৰে।
লুকাদিল : লুকাল।
কপিত্থ : ঔগছ।
তহিৰো : তাৰ পৰা।
খেক্কুট কৰি : দাঁত নিকটাই।
দৈবত : দেৱতা।
গোৰক্ষ : গৰখীয়া।
অন্টাপাইল : গমপালে।
আম্বয় : নিচিনা,সদৃশ।
বেতৰিত : কাষলতিত।
বেৰচিত : টঙালিত,পেটীত।
নিহালি : দেখি।
পজাল : গৰু বা মানুহৰখোজ।
কুড় : গাত ঘঁহা মচলা।
তেলকুড় : ৰস বিশেষ।
প্ৰলম্পিয়া : বৈ গৈ, ঢৌ লাগি।
বোকগুা : পিয়নি এৰা পোৱালি।
দড় দড়ি : সোনকালে।
চটি : গৰ্ব্ব।
নিৰুজ : সুস্থ।

বয়ণ : বদন, মুখমণ্ডল।

অষ্ট ঐশ্বৰ্য্য : (১) অনিমা - দেবতা আৰু সিদ্ধ পুৰুষে নিজ শৰীৰ ইচ্ছানুসৰি সূক্ষ্ম কৰিব পাৰে।
(২) লঘিমা - নিজ শৰীৰক অতি পাতল কৰিব পৰা।
(৩) প্ৰাপ্তি - সৰ্ব্বত্ৰতে ভ্ৰমিব পৰা ক্ষমতা।
(৪) মহিমা- নিজক স্থূল কৰিব পৰা ক্ষমতা।
(৫) ঈশিত্ব- সকলোৰে ওপৰত প্ৰভূত্ব কৰিব পৰা ক্ষমতা।
(৬) বশিত্ব- সকলোকে বশ কৰিব পৰা ক্ষমতা।
(৭) কামায় সায়িতা - ইন্দ্ৰিয় নিগ্ৰহ শক্তি।
(৮) প্ৰা কাম্য- স্বচ্ছন্দ অনুবৰ্ত্তিতা ৰূপ ঐশ্বৰ্য্য।
ছয় তৰ্ক - ছয় দৰ্শন -বেদান্ত, বৈশেষিক, যোগ, ন্যায়, মিমাংসা, সাংখ্য।

নাঘালে : অপকাৰ নকৰ্ৰ।

কাষ্ঠপতান : কাঠ পতান।

নৈয়ে : নাই।

ঝান্তন্ত : পিটিকি দিয়া।

শয্যাক বিছায় : শেতেলী পাৰি।

সুপক্ক : ভালদৰে পকা।

উভিলেক : ওপৰলৈ নেজ তুলি।

ওচাই : ওপচি পৰা।

লোহান্তি : কটাৰী।

ইক্ষণ : দৃষ্টি।

তৃষাত : তৃষ্ণাত।

জঙ্ঘা : আঠুৰ তলভাগ।

উজ্জন্তি : ভৰিৰ আঙুলিত পিন্ধা অলঙ্কাৰ।

আউদালন্ত : মেলি দিয়া। প্ৰসাৰিত কৰি দিয়া।

দুতয় : দুই।

মৰ্ম্মস্থানে : বুকুত।

ফেৰ : শিয়ালৰ হুৱা।

| | |
|---|---|
| আবাল | বালক। |
| গোৰস | গাখীৰ। |
| ঘাৰছিৰি | গল চিঙি। |
| ওৱাৰি | উপকাৰীক। |
| আগি | আগ। |
| পৰিচ্ছিন্ন | যাৰ পৰিমান বা সীমা আছে,যি বিভক্ত। |
| কেক্কাই | কেঁকাই। |
| দুস্ত্যজ | পৰিত্যাগ কৰিবলৈ টান। |
| পটাল | অন্ধকাৰণ্ড, আবৰণ। |
| পলম্পিল | কঁপি উঠিল। |
| কোলাৰ | কোলাহল। |
| ডউখা | দেউকা, পাখি। |
| উচ্ছাদিলা | খেদি দিলে। |
| পিঞ্জুৰ | বৰ্ণ -সুষমাৰে জাতিস্কাৰ হৈ থকা। |
| মঞ্জুল | কুসুমিত আৰু পল্লৱিত হোৱা। |
| পিঙ্গট | পিঙ্গল বৰণৰ। |
| ঢেল | চকুৰ বগা অংশ। |
| দুস্কৰ | দুঃ সাধ্য। |
| লটক | দুষ্ট। |
| যুথে | দল হৈ। |
| ভাণ্ডীৰৰ তলে | বৰ গছৰ তলত। |
| ইচিতি | ইস্পিত। |
| খৰ্ব্ব- বায়ু | প্ৰবল বায়ু। |
| পুঠাই | পুষ্ট হয়। |
| খৰ্জ্জুৰ | খেজুৰি। |
| উনাৱে | শুনে। |
| পঝাৱে | পোণ হয়। |
| শিফায়ে | শিপাৰে। |
| পৰিচ্ছেদ | বিৰাম। |

| | | |
|---|---|---|
| সুখদে | ঃ | মুকলি মনেৰে। |
| অখণ্ড মণ্ডলশশী | ঃ | সম্পূর্ণ গোলাকাৰ চন্দ্র অর্থাৎ পূর্ণিমাৰ চন্দ্র। |
| আঢ্য | ঃ | প্রচুৰ , যথেষ্ট। |
| টাটেকাৰ খেড়ি | ঃ | বাজীকৰৰ খেলা। |
| নাদ | ঃ | মাত, চিঞৰ। |
| স্রবে | ঃ | নিজৰে। |
| উনাই | ঃ | শুনি থাকে। |
| ইক্ষু | ঃ | কুঁহিয়াৰ। |
| কামদ | ঃ | অভীষ্ট পূৰক। |
| প্রমত | ঃ | উন্মত্ত। |
| সামৰাজে | ঃ | সমূহ প্রজাই। |
| পাৰম্পর্য্য | ঃ | আগৰে পৰা চলি অহা। |
| নিদানে | ঃ | কাৰণে। |
| কাদোৱালী পানী | ঃ | ঘোলা পানী। |
| উলি | ঃ | উচ্ছেদ, নির্ম্মূল। |
| সম্বর্তক | ঃ | মেঘ। |
| বহু বক্ক | ঃ | বেচি কথা কোৱা মানুহ। |
| দুর্ব্বি নীতি | ঃ | অহঙ্কাৰী। |
| চপকাৰে | ঃ | ঘূৰণীয়া। |
| মখভঙ্গ | ঃ | যজ্ঞ ভঙ্গ, মখ উৎসৱ ভঙ্গ কৰা। |
| টাই | ঃ | বৰ কথা। |
| কক্ষা | ঃ | খং। |
| আকুঞ্চিত | ঃ | কেঁকোৰা চুলি। |
| পাণ্ডুৰ গণ্ড | ঃ | বগা হালধীয়া গাল। |
| চিবুক | ঃ | থুতৰি। |
| কম্বুকণ্ঠ | ঃ | শঙ্খৰ দৰে ৰেকা যুক্ত গল। |
| তড়িত জড়িত | ঃ | বিজুলী যুক্ত। |
| লোটতে | ঃ | ওলমি থকা। |
| তাত | ঃ | পিতৃ। |

স্বকি স্বকি ঃ নিজা নিজা।
দুৰ্ব্বাক্ষত ঃ দুবৰি আৰু চাউল।
তলিলে ঃ তাল গছলৈ।
বন বহ্নি ঃ বনজুই।
তুম্বুক ঃ সঙ্গীত বিদ্যা বিশাৰদ এজন গন্ধৰ্ব।
কুড় ঃ তেল।
পৰিসে ঃ পৰিবেশন কৰে।
সমাঙ্গ ঃ সম্পূণ
ৰড়ে ঃ শব্দ কৰে।
জাৰ বুদ্ধি ঃ উপপতি ৰূপে ভজা কাৰ্য্য।
বিবানী ঃ বিৰূপ বানী।
আথাকে ঃ অনবৰত।
বিপ্ৰিয় ঃ অপ্ৰিয়।
ঘাটুক ঃ নিষ্ঠুৰ।
নভাসও ঃ নকওঁ। প্ৰতিভাত নহয়।
কুন্দ কড়ি সম ঃ কুন্দফুলৰ নিচিনা বগা।
কাঞ্চুলি ঃ তিৰোতাই বুকুত পিন্ধা বুকু চোলা।
সেৰুবাৰ ঃ তিৰোতা সেৰুবা। স্ত্ৰৈণ।
উচ্ছ্ৰিত ঃ ওখ।
কণ্ডিয়া ঃ কড়িয়া, গাখীৰ থীৰোৱা পাত্ৰ।
ওচান্ত ঃ ওপচায়।
উত্তৰীয় ঃ চাদৰ।
কুৰালে মেলি চুল ঃ মূৰ ফণিওৱা।
কুচ ঃ স্তন।
জলঘেড়ি ঃ জলক্ৰীয়া।
সান্তৰে ঃ সাঁতোৰে।
ৰুদ্ৰক বিলাক ঃ বীণা।
প্ৰগলভ ভকতি ঃ মান- অপমান ভয় নকৰি যি ভক্তি কৰা হয়।
অসূয়া ঃ দোষাৰোপ।

| | | |
|---|---|---|
| বুভুক্ষিত | ঃ | ভোকাতুৰ। |
| আধৰা | ঃ | আধাপোৰা খৰি। |
| নিশঙ্ক | ঃ | ভয় নোহোৱা। |
| নাগ | ঃ | হাতী। |
| গুহ্যকক | ঃ | কুবেৰৰ অনুচ্ছৰক। |
| কপোল | ঃ | গাল। |
| পুৰীষ | ঃ | বিষ্ঠা। |
| থিউলাঞ্জে | ঃ | থিয়নেজে। |
| ঘাৰ | ঃ | গল। |
| হাঠীয়াৰ | ঃ | হাতীৰ মাউত। |
| অকণ্টকা | ঃ | শত্ৰুহীন। |
| পালি | ঃ | পাৰি। |
| মুকুন্দ | ঃ | যি মুক্তি দিব পাৰে, বিষ্ণু। |
| সুকপোল | ঃ | ধুনীয়া গাল বিশিষ্ট। |
| সুহাই | ঃ | শোভিত। |
| অঙ্কুৰ কুৰ | ঃ | তেওঁ আঙ্কুৰ কিন্তু কাম টো ক্ৰুৰ। |
| নাগৰী | ঃ | নগৰত থকা তিৰোতা। |
| কুগ্ৰামী | ঃ | গাঁৱত থকা কুৰূপা নাৰী। |
| দানপতি | ঃ | অক্ৰুৰ। |
| ন বগুণ | ঃ | লগুণ। |
| মস | ঃ | কীট। |
| খাটকৰি | ঃ | খটখটি। |
| তণ্ডুল | ঃ | চাউল। |
| ভৃঙ্গ | ঃ | ভোমোৰা। |
| কুড় কষাই | ঃ | তেলখাৰণি। |
| ৰণ্ডক | ঃ | দুষ্ট। |
| সৈৰিন্ধ্ৰী | ঃ | ৰাজ অন্তঃপুৰৰ নাৰীৰ কেশ সংস্কাৰ কৰা পৰিচাৰিকা। |
| তৰফুল | ঃ | জবা ফুল। |
| কুম্ভস্থলে | ঃ | হাতীৰ মুৰৰ টেমুনা দুটাত। |

| | | |
|---|---|---|
| আৰম্ফতি | ঃ | আড়ম্ভৰ কৰি। |
| ষণ্ড | ঃ | ষাঁড়। |
| অমৰ্য্যাদ | ঃ | মৰ্য্যদা নজনা। |
| নৌতন | ঃ | নতুন। |
| সঞ্চ | ঃ | সাঁচ। |
| ছাদিল | ঃ | বমি কৰিলে। |
| ৰুষি | ঃ | খং কৰিলে। |
| কংসাল | ঃ | কাৰশালা সাপ। |
| আটোলে | ঃ | প্ৰবল প্ৰতাপেৰে। |
| গৰুড় কেতু | ঃ | বিষ্ণুৰ ৰথ ধ্বজত গৰুড় পক্ষী থাকে বাবে বিষ্ণু গৰুড় কেতু। |
| ধান্দা | ঃ | চিন্তা। |
| ঋজু | ঃ | সৰল। |
| উচ্ছাদ | ঃ | উচ্ছেদ। |
| পোষ্টাপিতা | ঃ | প্ৰতিপাল কৰা পিতৃ। |
| সুম্পি | ঃ | সপি। |
| বৃক্ষ | ঃ | মটা গৰু, ষাঁড়। |
| বাছৰু | ঃ | দামুৰি। |
| অঙ্গিনা | ঃ | চোতাল। |
| নোন্ত | ঃ | নহয়। |
| সবেত | ঃ | সকলোতে। |
| গুঞ্জামনি | ঃ | লাতুৰ মনি। |
| প্ৰসাদোক | ঃ | আনন্দ দিয়ক। |
| বিচাট | ঃ | অস্থিৰতা। |
| চটুৰা | ঃ | চাটুকাৰ। |
| কপীন্দ্ৰ | ঃ | বান্দৰৰ ৰজা, বালি। |
| লোহা | ঃ | চকুৰ পানী। |
| ভাণ্ড | ঃ | ছলনা। |
| কৌমুদকী গদা | ঃ | অগ্নি প্ৰজন্ত কৃষ্ণৰ গদা। |

| | | |
|---|---|---|
| তমিভ | ঃ | লৰচৰ নকৰাকৈ। |
| নবজ্জায় | ঃ | নোলায়। |
| আবুদ্ধি | ঃ | বুদ্ধিহীন। |
| নিস্বান | ঃ | বাঁহীৰ মাত। |
| লোটাৰি | ঃ | বাগৰা বাগৰি। |
| তৰেভো | ঃ | এতিয়াও। |
| কতিপয় | ঃ | কিছুমান। |
| এসম্বো | ঃ | এওঁলোকো। |
| উপায়ণ | ঃ | উপহাৰ। |
| ধাকুৰয় মাথ | ঃ | মূৰত আঘাত কৰি। |
| কাণ্ডাৰ | ঃ | গুৰিয়াল। |
| ভৱনদী | ঃ | নদীৰূপ সাগৰ। |

# প্ৰাচীন অসমীয়া অভিধান

## ষষ্ঠ খণ্ড

# শ্ৰীমদ্ভগৱত গীতা

## ষষ্ঠ খণ্ড

# শ্ৰীমদ্ভগৱত গীতা

## (মূল গীতা আৰু গোবিন্দ মিশ্ৰ প্ৰণীত অসমীয়া গীতাৰ শব্দাৰ্থ)

## প্ৰথম অধ্যায়

শ্লোক নং - ১।।

ধৰ্ম্মক্ষেত্ৰ- দেহতেই ধৰ্ম্ম সাধন হয় বাবে দেহেই ধৰ্ম্মক্ষেত্ৰ। কুৰুক্ষেত্ৰ নামে ঠাইত ধৰ্ম্ম - অধৰ্ম্মৰ বিচাৰ হৈছিল।

কুৰুক্ষেত্ৰে - কুৰুক্ষেত্ৰ এখন ৰণাঙ্গন। দেহকেই কুৰুক্ষেত্ৰ অৰ্থাৎ কৰ্ম্ম ক্ষেত্ৰ বোলা হয়। দেহস্থ ইন্দ্ৰিয় গণ আৰু প্ৰবৃত্তিয়েই কুৰুক্ষেত্ৰৰ যুদ্ধাৰুসকল।

| | | | |
|---|---|---|---|
| | যুযুৎসৱ | ঃ | যুদ্ধাভিলাষী। |
| | সমৱেতা | ঃ | সমৱেতহে। |
| | কিম্‌অকুৰ্ব্বত | ঃ | কি কৰিলে। |
| ২।। | ব্যূঢ়ং | ঃ | বেহৰ আধাৰত সজ্জিত কৰা সৈন্য ব্যৱস্থাপনা আচাৰ্য্যম্ উপসঙ্গম্য— গুৰু দ্ৰোণৰ ওচৰলৈ গৈ |
| ৩।। | ধীমতা শিষ্যেণ | ঃ | ধীৰ স্থিৰ শিষ্য দ্ৰুপদ পুত্ৰ ধৃষ্ট দ্যুম্ন। |
| | মহতীং চমূং | ঃ | বিশাল সৈন্য বাহিনী। |
| ৪।। | মহেস্বাসা | ঃ | মহাধনুৰ্দ্ধৰ। |
| | শূৰা | ঃ | বীৰ পুৰুষ। |
| | মহৰথঃ | ঃ | মহাৰথী। অকলে দহহাজাৰ সৈন্যৰ লগত |

যুঁজিব পৰা বীৰ।

| | | |
|---|---|---|
| | যুযুধানঃ | ঃ সাত্যকি। |
| ৫।। | ধৃষ্টকেতু | ঃ শিশুপালৰ পুত্ৰ। |
| | কুন্তী ভোজ পুৰুজিৎ | ঃ যুধিষ্ঠিৰাদিৰ মোমায়েক। |
| ৬।। | বিক্ৰান্তঃ | ঃ পৰাক্ৰমী,বিক্ৰমশালী। |
| ৭।। | সজ্ঞাৰ্থং | ঃ সম্যক জ্ঞানৰ অৰ্থে। |
| ৮।। | কৃপাচাৰ্য্য | ঃ দ্ৰোণৰ খুলখালিয়েত। |
| | সৌমদত্তি | ঃ সোমদত্তৰ পুতেক ভূৰিশ্ৰবা। |
| | বিকৰ্ণ | ঃ দুৰ্য্যোধনৰ কনিষ্ঠ ভাতৃ। |
| | জয়দ্ৰথ | ঃ সিন্ধুদেশৰ ৰজা ,দুৰ্য্যোধনৰ ভনীয়েকৰ স্বামী। |
| ১০।। | অভিৰক্ষিতম্ | ঃ ৰক্ষিত হোৱা। |
| | পৰ্য্যাপ্ত | ঃ আয়ত্ত কৰিব পৰা, পৰিচিত। |
| | অপৰ্য্যাপ্তং | ঃ অপৰিমিত। |
| ১১।। | অয়নেষু | ঃ বেহুৰ প্ৰৱেশদ্বাৰত। |
| ১[illegible]।। | ভের্য্যঃ | ঃ ভেৰি (বাদ্য) |
| | পণবানক | ঃ মৃদঙ্গ। |
| | গোমুখাঃ | ঃ ৰণশঙ্খ। |
| | আনক | ঃ ঢাক (বাদ্য) |
| ১৫।। | কৃষ্ণৰ শঙ্খ | ঃ পাঞ্চজন্য। অৰ্জ্জুণৰ দেৱদত্ত, ভীমৰ পৌণ্ড্ৰং |
| ১৬।। | যুধিষ্ঠিৰৰ শঙ্খ | ঃ অনন্ত বিজয়, নকুলৰ সুঘোৰমনি, সহদেৱৰ পুষ্পক। |
| ২৫।। | গুড়াকেশ | ঃ 'গুড়াকা' মানে নিদ্ৰা ঈশ অৰ্থাৎ যি নিদ্ৰাজয় কৰিছে। অৰ্জ্জুন । |
| ২৭।। | বিষীদন | ঃ বিষন্ন হৈ। |
| ২৮।। | মুখঞ্চ পৰিশুষ্যতি | ঃ মুখ শুকাই যোৱা। |
| ২৯।। | বেপথুঃ | ঃ কঁপনি উঠিছে। |
| ৩১।। | আহৱে | ঃ যুদ্ধত। |
| ৩৫।। | ধাৰ্তৰাষ্ট্ৰান্ | ঃ ধৃতৰাষ্ট্ৰৰ। |
| ৩৬।। | আততায়ী | ঃ "আততায়ী- অগ্নিদো গৰদৈশ্চেৱ শস্ত্ৰ |

পানির্ধনাপহঃ
ক্ষেত্রদাৰা পহাৰী চষড়েতে হ্যাততায়িনঃ।।"
অগ্নিদ- যিঘৰত জুই দিয়ে।
শস্ত্রপানির্ধনা পহঃ- অস্ত্রধাৰী, ধন অপহাৰী; ক্ষেত্রদাৰা পহাৰী- ভূমি আৰু ভাৰ্য্যা অপহৰণ কাৰী। গৰদঃ যি বিষ দিয়ে-- এই ছজন আততায়ী। শাস্ত্রমতে আততায়ী বধত পাপ নাই।

| | | |
|---|---|---|
| ৩৯।। কৃতস্নং কুলং | ঃ | সমস্ত কুলক। |
| কুলধৰ্ম্মঃ | ঃ | পূৰ্ব্বপুৰুষৰ পৰম্পৰা গত ধৰ্ম্ম। নিজকুলৰ উপাসনা পদ্ধতি। |
| ৪০।। প্রদুষ্যন্তি | ঃ | ব্যভিচাৰিনী হয়। |
| বৰ্ণসঙ্কৰ | ঃ | একজাতৰ লগত অন্যজাতৰ সংমিশ্র ত সন্তান উৎপন্ন। |
| ৪১।। কুলঘ্নানাং | ঃ | কুল নাশকাৰী। |
| ৪২।। জাতিধৰ্ম্মাঃ | ঃ | বৰ্ণধৰ্ম্ম ,যেনে ব্রাহ্মণৰ অধ্যাপনা, ক্ষত্রিয়ৰ যুদ্ধকৰ্ম্ম। |
| ৪৩।। নিয়তং | ঃ | চিৰদিন। |

## ।। মঙ্গলাচৰণ।।

| | | |
|---|---|---|
| নব গোটা দ্বাৰে | ঃ | শৰীৰস্থ নখন দুৱাৰ-চকু-২,কাণ-২,নাক-২,মুখ, গুহ্য,লিঙ্গ। |
| জলমল দ্বাৰ | ঃ | মুত্র দুৱাৰ আৰু শৌচ দুৱাৰ দুয়োস্থান দুৰ্গন্ধময়। |
| কৰ্ণে কূট কথা | ঃ | কাণেৰে কুকথা শুনা যায় আৰু তাকে গুৰুমন্ত্র বুলি মানে। |
| স্বধৰ্ম্ম | ঃ | নিজ কৰ্তব্য কৰ্ম্ম। ন্যস্ত হোৱা দায়িত্ব। |
| কাঞ্চা কাষ্ঠ | ঃ | কেঁচা কাঠ। |

কতোগুলা : কিছুমান।
আটা সিয়া : চিঞৰি।
পদাৰবিন্দত : পদ +অৰবিন্দত =পদপদ্মত।
গূঢ় গ্ৰন্থ,গূঢ় অৰ্থ : তত্ত্বপূৰ্ণ শাস্ত্ৰ, তাত্বিক অৰ্থ।
মাৰ্গফৰে : শৌচাদাৰ ফাটে।

## প্ৰথম অধ্যায় (গোবিন্দ মিশ্ৰ প্ৰণীত গীতা)

অৰ্দ্ধৰথী : এখন এখন ৰথত উঠি যুদ্ধ কৰা বীৰ।
মহাৰতথী : এহেজাৰ ৰথৰ লগত এক ৰথেৰে যুদ্ধ কৰা বীৰ।
অতিৰথী : অসংখ্য ৰথৰ লগত এক ৰৰ লৈ যুদ্ধ কৰা বীৰ।
সংসপ্তক গণ : নাৰায়ণী সৈন্য।
গহ : ক্ষমতা।
অক্ষৌহিণী : ১অযুত হাতী +৩ অযুত ৰথ +লক্ষ যুদ্ধা +দহলাখ ঘোঁৰা+৩৬ লক্ষ পদাতি সৈন্য। পাণ্ডৱৰ সাত এক্ষৌহিণী সেনা।
শ্যালা : খুলখালীয়েক।
মাতুল : মোমায়েক।
তোসাসম : তোমাৰসমান।
আততায়ী : বলেৰে ধনলোৱা, ঘৰৰ জুই লগোৱা, ছলেৰে বিষ দিয়া, ভূমি কাঢ়ি লোৱা, ভাৰ্য্যা হৰণ কৰা, অস্ত্ৰ শস্ত্ৰ ধৰি বধিবলৈ ধৰা - ছবিধ শত্ৰুক নিধন কৰাত দোষ নাই।
শ্বানে : কুকুৰে।

## দ্বিতীয় অধ্যায়

| | | |
|---|---|---|
| ১।। | অশ্ৰু পূৰ্ণা | |
| | কুলেক্ষনম্ | ঃ চকু পানীৰে ভৰা চকু। |
| | বিষীদন্তম্ | ঃ বিষন্ন দাঁত। |
| | মধুসূদন | ঃ মধু দৈত্যক বধ কৰা বিষ্ণু। |
| ২।। | অনাৰ্য্যজুষ্টম | ঃ বৰ্ব্বৰ জনোচিত, শিষ্টাচাৰৰ বাহিৰ। আৰ্য্যজনোচিত নহয়। ন্যায় যুদ্ধত পৰাঙ্মুখ হোৱা ক্ষত্ৰিয়ৰ অনুচিত। |
| | কশ্মলম্ | ঃ মোহ। |
| | সমুপস্থিতম্ | ঃ উপস্থিত হ'ল। |
| ৩।। | ক্লৈব্যং | ঃ পৌৰুষহীনতা, ক্লীৱত্ব। |
| | পৰন্তপ | ঃ শত্ৰুতাপন। |
| ৪।। | অৰিসূদন | ঃ শত্ৰু মৰ্দ্দন কাৰী। |
| | ইষুভিঃ | ঃ শৰৰ দ্বাৰা। |
| | প্ৰতিযোৎস্যামি | ঃ প্ৰতিযুদ্ধ কৰিম। |
| ৫।। | অহত্বা | ঃ ন +হত্বা - বধ নকৰি। |
| | ভৈক্ষম্ | ঃ ভিক্ষান্ন। |
| | অৰ্থ কামান | ঃ অৰ্থ +কামৰূপী ভোগ্য বস্তুসমূহ। |
| ৬।। | কতৰৎ | ঃ কোনটো। |
| | জিজীবিষাম | ঃ জীয়াই থাকিবলৈ ইচ্ছা কৰা। |
| ৭।। | ধৰ্ম্মসংমূঢ়চেতাঃ | ধৰ্ম্ম সম্বন্ধে নিমূঢ় চিত্ত। |
| ৮।। | অসপত্নম্ | ঃ নিষ্কণ্টক। |
| | উচ্ছোষণং | ঃ সন্তাপদায়ক। |
| | অপনুদ্যাৎ | ঃ নিবাৰণ কৰিব পাৰে। |
| ৯।। | গুড়াকেশ | ঃ নিদ্ৰাবিজয়ী( অৰ্জ্জুন) |
| | তুষ্ণীংবভুব | ঃ নীৰব হ'ল। |

| | | |
|---|---|---|
| ১১।। অন্বশৌচ | ঃ | শোক কৰিছা। |
| প্ৰজ্ঞাবাদন | ঃ | পণ্ডিতৰ দৰে তত্বকথা। |
| গতাসূন | ঃ | মৃত। |
| ১২।। জাতু | ঃ | কেতিয়াও। |
| ১৪।। মাত্ৰাস্পৰ্শ | ঃ | বিষয়ৰ লগত ইন্দ্ৰিয় বৃত্তিৰ সংযোগ। |
| তিতিক্ষস্ব | ঃ | জাৰ-জহ সহ্য কৰা। |
| ১৮।। অপ্ৰমেয়স্য | ঃ | অসীম। প্ৰমাণৰ দ্বাৰা যাক উলপব্ধি কৰিব নোৱাৰি। |
| অন্তবন্তঃ | ঃ | বিনাশ ধৰ্ম্মশীল। |
| ১৯।। বেত্তি | ঃ | জানে। |
| ন বিজানিতে | ঃ | সঠিক নাজানে। |
| ন হন্যতে | ঃ | হত নহয়। |
| ২০।। ভূত্বা বা ভূয়ঃ | ঃ | পুনঃ পুনৰ। |
| ন ভবিতা | ঃ | উৎপত্তি হৈ বিনাশ প্ৰাপ্তনহয়, জন্ম গ্ৰহণৰ পিছত অস্তিত্ব হয় এনেত নহয়। |
| অজঃ | ঃ | জন্মৰহিত। |
| ২২।। জীৰ্ণানি বাসাংসি | ঃ | পুৰনি কাপোৰ , বসন। |
| বিহায় | ঃ | পৰিত্যাগ কৰি। |
| দেহী | ঃ | আত্মা, দেহ - শৰীৰ। |
| সংযাতি | ঃ | প্ৰাপ্ত হয়। |
| ২৩।। পাবকঃ | ঃ | অগ্নি। |
| আপঃ | ঃ | পানী। |
| ক্লেদয়ন্তি | ঃ | ভিজাব নোৱাৰে। |
| মাৰুতঃ | ঃ | বায়ু। |
| ২৪।। অক্লেদ্য | ঃ | নিতিতা, তিয়াব নোৱাৰা। |
| অশোষ্য | ঃ | শুকোৱাৰ অযোগ্য। |
| স্থানুঃ | ঃ | স্থিৰ লৰচৰ নোহোৱা। |
| ২৫।। অবিকাৰ্য্যঃ | ঃ | সকলো প্ৰকাৰৰ বিকাৰ ৰহিত। |
| ন অৰ্হসি | ঃ | শোক কৰা অনুচিত। |

| | | |
|---|---|---|
| ২৮।। পৰিবেদনা | ঃ | শোক কৰা। |
| আত্মা তত্ত্ব | ঃ | অত্যন্ত দুজ্ঞেয় তত্ত্ব। আত্মা - অনুৰণীয়ান মহতো মহীয়ান, আত্মা -অনুতকৈ অনু মহানতকৈ মহান। ই ধৰ্ম্মৰ পৰা পৃথক অধৰ্ম্মৰ পৰাও পৃথক। কাৰ্য্যৰ পৰা স্বতন্ত্ৰ, কাৰণৰ পৰাত ব্যতিৰিক্ত। অতীতৰ পৰাও ভিন্ন, ভবিষ্যতৰ পৰাও অন্য। সৎও নহয়, অসৎও নহয়। "ন সৎ ন চাসৎ শিৱ এব কেৱলম্" |
| ৩১।। আবেক্ষ্য | ঃ | দেখি। |
| বিকম্পিতুম্ | ঃ | কঁপিবলৈ ধৰা। |
| স্ব- ধৰ্ম্ম | ঃ | নিজধৰ্ম্ম। ক্ষত্ৰিয়ৰ বাবে যুদ্ধ - স্বধৰ্ম্ম। যুদ্ধ দুবিধ- ধৰ্ম্মযুদ্ধ আৰু অধৰ্ম্ম যুদ্ধ। অবৈধভাবে পৰৰ বস্তু অপহৰণৰ বাবে যি যুদ্ধ সি অধৰ্ম্মযুদ্ধ। ধৰ্ম্মৰক্ষা, আত্মৰক্ষা, সমাজ ৰক্ষাযস্বদেশ ও প্ৰজা ৰক্ষাৰ বাবে কৰা যুদ্ধ ধৰ্ম্মযুদ্ধ। কুৰুক্ষেত্ৰ যুদ্ধ - ধৰ্ম্মযুদ্ধ, ৰাম- ৰাৱণৰ যুদ্ধ অধৰ্ম্মযুদ্ধ- ৰাৱণৰ বাবে। |
| ৩২।। অপাবৃত্তয় | ঃ | মুক্ত। |
| ৩৩।। অথ চেৎ | ঃ | পক্ষান্তৰে, আনহাতে। |
| ৩৪।। সম্ভাৱিতস্য | ঃ | প্ৰতিষ্ঠাবান পুৰুষ +সন্মানীয়। |
| অতিৰিচ্যতে | ঃ | অধিক হৈ থাকে। |
| ৩৫।। উপৰতং | ঃ | বিৰত,নিবৃত। |
| বহুমতঃ | ঃ | সন্মানীত। |
| ৩৬।। অবাচ্যবাদান | ঃ | বহু কু- কথা। |
| ৩৮।। সমেবৃত্বা | ঃ | সমজ্ঞান। |
| লাভালাভৌ | ঃ | লাভ - লোকচান। |
| জয়া জয়ৌ | ঃ | জয়- পৰাজয়। |
| ৩৯।। সাংখ্যে | ঃ | আত্মজ্ঞান, আত্মতত্ত্ব, ত ত্ত্বজ্ঞান। |
| অভিহিতা | ঃ | তোমাক কোৱা হ'ল। |

| | | |
|---|---|---|
| প্ৰহাস্যসি | ঃ | ত্যাগ কৰিব পাৰিবা। |
| ৪০।। অভিক্ৰমনাশঃ | ঃ | আৰব্ধ কৰ্ম্মৰ বিফলতা। |
| প্ৰত্যবায় | ঃ | পাপ। |
| ৪১।। ব্যৱহায়িত্মকা বুদ্ধি | ঃ | নিশ্চাত্মিকা বুদ্ধি। |
| অব্যৱ সায়িনাং | ঃ | সকামী আৰু অস্থিৰ লোকসকলৰ। |
| বুদ্ধি-মন-বাসনা | ঃ | বুদ্ধি মানে বোধজ্ঞান, ইএটা অন্তৰেন্দ্ৰিয় আৰু বুদ্ধিক নিশ্চয়াত্মিকা বা ব্যৱ,ায়াত্মিকা মনোবৃত্তি বোলে। বিষয়ৰ লগত ইন্দ্ৰিয় সংযোগত মনত নানা চাপ বা সংস্কাৰ জন্মে, তেতিয়া কোনটো গ্ৰহণীয় আৰু কোনটো পৰিত্যজ্য- এনে সংকল্প বিকল্পক বুদ্ধিয়ে ইয়াক নিশ্চিত কৰি দিয়ে আৰু চিত্তক একনিষ্ঠ কৰে। সকামী ব্যক্তিয়ে ইয়াক পাহৰি বহিঃমুখী হৈ নানান কামনা- বাসনা কৰে। |
| ৪২-৪৪।। অবিপশ্চিতঃ | ঃ | অলপবুদ্ধি, অবিবেকী। |
| বেদবাদৰতাঃ | ঃ | বেদৰ ক্ৰিয়া- কাণ্ডত অনুৰাগী। ফলাকাঙ্খী, ভোগবাদী। |
| পুষ্পিতা বাচং | ঃ | শ্ৰুতি মনোহৰ বাক্য। |
| অপহৃত চেতসাং | ঃ | বিমুগ্ধ চিত্ত। |
| বিধীয়তে | ঃ | স্থিৰ নহয়। |
| নান্য দস্তীতিবাদিন | ঃ | কাম্য কৰ্ম্মৰ বাহিৰে সাৰ্থক ধৰ্ম্ম নাই বুলি ভবা মতবাদ। |
| জন্ম কৰ্ম্ম ফলপ্ৰদাং | ঃ | কাম্য কৰ্ম্মজনিত কৰ্ম্মফল জমা হৈ জন্ম-জন্মান্তৰ গ্ৰহণ কৰি কৰ্ম্মবন্ধণত পৰা। |
| বেদৰ ভাগ চাৰিটা | ঃ | সংহিতা, ব্ৰাহ্মণ, আৰণ্যক, উপনিষদ। সংহিতা +ব্ৰাহ্মণ কৰ্ম্মকাণ্ডীয় আৰু আৰণ্যক + উপনিষদ জ্ঞানকাণ্ডীয়। |
| কৰ্ম্ম কাণ্ডঃ জ্ঞানকাণ্ড | ঃ | কৰ্ম্মকাণ্ডত যাগ- যজ্ঞ- তপ- সোম আদিৰ |

ব্যৱস্থা আছে, কৰ্ম্মকাণ্ডই ক্ৰিয়া কাণ্ড -ইয়াত ফলাকাঙ্খী, স্বৰ্গাদি লাভ, ভোগবাসনা থাকে। পুণ্যক্ষয় হ'লে পতন হয়। জ্ঞান কাণ্ড মতে ঈশ্বৰত একনিষ্ঠ হ্ব লাগে, একনিষ্ঠ হ'ব নোৱাৰিলে পৰা গতি পৰম্পপ্ৰাপ্তি সুদুৰ পৰাহত। ই অবিনাশী, অবিনশ্বৰ।

৪৫।। ত্ৰৈগুণ বিষয়াং : তিনিগুণ, নিষ্কাম।

নিৰ্দ্বন্দ্বঃ : সুখ দুখাদিত দ্বন্দ্বৰহিত। শীত - উষ্ম, সুখ-দুখাদি পৰম্পৰ বিৰোধী ভাৱসমূহক দ্বন্দ্ববোলে। এইবোৰ শৰীৰৰ ধৰ্ম্ম।

নিত্যসত্ত্বস্থ : নিত্য ধৈৰ্য্যশীল। তিনিগুণ বন্ধনৰ কাৰণ-সত্ত্বগুণে জ্ঞান আৰু সুখত, ৰজোগুণে কৰ্ম্মসিক্ত কৰি কৰ্ম্মফলত আবদ্ধ কৰায়আৰু তমো গুণে নিদ্ৰা আঁলস্য বঢ়ায়। সত্ত্ব বুলিলে ৰজো আৰু তমো মিশ্ৰিত হৈ থাকে। ৰজো তমো দুৰ হ'লে শুদ্ধ সত্ত্ব হয় আৰু তাকে নিত্য সত্ত্বস্থ বোলে।

যোগ- ক্ষেম ৰহিত : অলব্ধ বস্তুৰ উপাৰ্জ্জনক যোগ , লব্ধ বস্তুৰ ৰক্ষণক ক্ষেম বোলা হয়। যি এই দুয়োটাৰে চিন্তা বৰ্জ্জনকৰি মাথো ভগবানৰ পূৰ্ণ নিৰ্ভৰশীল হয় তেওঁকে যোগক্ষেম বোলে।

৪৬।। উদপান : কুঁৱা বাক্ষুদ্ৰ জলাশয়।

সংপ্লুতোদকে : ডাঙৰ জলাশয়। (সংপ্লুতঃ উদকে)

ৰতাবান : সেই পৰিমান।

যাবান : যিমান।

বিজানত : ব্ৰহ্মবেত্তা।

৪৭।। নিষ্কাম কৰ্ম্মযোগ : জীৱৰ কৰ্ম্ম কৰাত অধিকাৰ আছে, ফলবাঞ্ছাত অধিকাৰ নাই ফল দিয়াৰ অধিকাৰ ঈশ্বৰৰহে।ফল আকঙ্খা কৰা প্ৰবৃত্তি; নকৰা

নিবৃত্তি।? কৰ্ম্মফলত সমত্ব বুদ্ধিয়েই নিষ্কাম কৰ্ম্ম-যোগৰ মূল নীতি।

| | | | |
|---|---|---|---|
| ২৮।। | সিদ্ধাসিদ্ধৌ | ঃ | সিদ্ধি আৰু অসিদ্ধি। |
| | সমঃ ভূত্বা | ঃ | সমভাব ৰাখি। |
| ৪৯।। | অবৰং | ঃ | নিকৃষ্ট। |
| | শৰনম্ অন্বিচ্ছ | ঃ | আশ্ৰয় লোৱা। |
| | ফল হৈতিবঃ | ঃ | ফলাকাঙ্খীসকল। |
| ৫০।। | জহাতী | ঃ | ত্যাগ কৰা। |
| | কৰ্ম্মসু কৌশলম্ যোগঃ | | কৰ্ম্ম- কৌশল -যোগ । বুদ্ধি যুক্ত কৰ্ম্মৰ কৌশল। |
| ৫১।। | মনীষিনং | ঃ | জ্ঞানীবৃন্দ। |
| | জন্ম-বন্ধ-বিনিমুক্তাঃ | | জন্মৰূপী বন্ধনৰ পৰা মুক্ত হৈ। |
| | অনাময়ং | | উপদ্ৰব শূন্য,ক্লেশ শূণ্য। পৰমানন্দ পৰমপদ। |
| ৫২।। | মোহ কলিলং | | অবিবেকৰূপ কলুষ,দেহত আত্মবুদ্ধি। |
| | ব্যতি তৰিষ্যতি | | পৰিত্যাগ কৰিব। |
| | শ্ৰোতব্যস্য শ্ৰুতচ্য | | শ্ৰোতব্য আৰু শ্ৰুত বিষয়ৰ। |
| | নিবেৰ্বদং | | বৈৰাগ্য প্ৰাপ্ত হোৱা। |
| ৫৩।। | শ্ৰুতিবিপ্ৰতিপন্না | | নানা ফলৰ কথা শুনি সংশয়যুক্ত ।শ্ৰুতিমানে বেদ বা শ্ৰবন। বিপ্ৰতিপন্না মানে বিক্ষিপ্তা। |
| | সমাধৌ | | সমাধিত। |
| | অব্যাপ্স্যসি | | তত্বজ্ঞান লভি। |
| | নিশ্চলা; অচলা | | বুদ্ধি নানা বিষয়ত আকৃষ্ট হৈও নানাফালে ধাবিত নোহোৱাটো নিশ্চলা আৰু ধ্যেয় বস্তুত স্থিৰ হৈ থকাটোকে অচলা বোলে। |
| ৫৪।। | স্থিত প্ৰজ্ঞস্য | | |
| | স্থিতধী | ঃ | যি জনে মনত দেখা সকলো ৰকম কামনা বৰ্জ্জন কৰিছে, কামনা জনিত চিত্ত বিক্ষেপ যাৰ নাই, যিজনে বিশুদ্ধ আত্মানন্দ উপভোগ কৰে তেঁৱে স্থিত প্ৰজ্ঞ। |

৫৬।। অনুদ্বিগ্ন মনাঃ : অধীৰ নোহোৱা, উদ্বিগ্ন নোহোৱা।
বীতৰাগভয় ক্ৰোধঃ ৰাগ, ভয়, খং, শূণ্য পুৰুষ।
৫৭।। অনভিস্নেহঃ : মৰম শূণ্য, স্নেহশূণ্য।
অভিনন্দতি : আনন্দিত হোৱা।
: বিষাদিত।
প্ৰজ্ঞা : ব্ৰহ্মজ্ঞান।
৫৮।। কুৰ্ম্ম অঙ্গানি ইব : কাছই আৱশ্যক অনুসৰি হাত -ভৰি সঙ্কুচিত কৰে; তেনেদৰে মহাপুৰুষে নিজৰ ইন্দ্ৰিয়ক বিষয়ক পৰা আতৰাই ৰাখে।
৫৯।। বিনিবৰ্ত্তন্তে : নিবৃত হয়।
ইন্দ্ৰিয় সংযম : ইন্দ্ৰিয়ৰ দ্বাৰা বিষয় ভোগ নকৰিলেও ৰোগী, বিকলেন্দ্ৰিয় পুৰুষ সকলে অন্তৰেন্দ্ৰিয়ৰ দ্বাৰা বিষয় স্মৰণ কৰে বাবে তেওঁলোক স্থিত প্ৰজ্ঞ বা জিতেন্দ্ৰিয় নহয়। বিষয় বাসনাক সমূলক্ষে ত্যাগ কৰিব নোৱাৰিলে ইন্দ্ৰিয় সংযমী নহয়।
৬০।। প্ৰমাথিনি : বলী, শক্তিশালী।
বিপশ্চিত : বিবেকী।
৬১।। মৎপৰ : মোৰ একান্তভক্ত (কৃষ্ণভক্ত)।
ইন্দ্ৰিয় সংযমৰ উপায় : একান্তভাৱে ভগবৎ চিন্তাই ইন্দ্ৰিয় সংযমৰ মহৌষধ। " ত্বমেব শৰণং গচ্ছ সৰ্ব্বভাবেন ভাৰত"।
৬২-৬৩।। উপজায়তে : উৎপন্ন হয়।
সংজায়তে : ওপজে।
অভিজায়তে : উৎপন্ন হয়।
বিভ্ৰমঃ : স্মৃতিশক্তিৰ বিনাশ।
হ্নৎ : সম্মোহ বা মোহিত হোৱা।
৬৪।। আত্মবশ্যৈঃ : আত্মবশীভূত।
বিধেয়াত্মা : চিত্ত বশীভূত পুৰুষে।
প্ৰসাদম্ : আত্ম সন্তোষ্টি।

| | | |
|---|---|---|
| নিৰ্লিপ্ত সংসাৰী | ঃ | সৰ্ব্বদায় লিপ্তজনে বিষয় ভোগ কৰিলেও দোষ নহয় আৰু তেঁৱে নিলিপ্ত সংসাৰী। ভকত সংসাৰত থাকিলে দোষ নাই; কিন্তু ভকতত সংসাৰ থাকিলেহে বিপদ। নাম ঘোষাৰ“ অন্তৰত এক ঈশ্বৰক।” |
| ৬৭।। চৰতাম্ | ঃ | বিষয়ত আসক্ত। |
| অনু বিধীয়তে | ঃ | মনে অনুসৰণ কৰে। |
| বায়ু অম্ভসি নাবম্ ইব | ঃ | বতাহে যেনেকৈ পানীৰ ওপৰত থকা নাৱক চলায়। অম্ভসি- পানী। |
| ৬৯।। আত্ম- নিদ্ৰিত, আত্ম- জাগ্ৰত | ঃ | অজ্ঞজন আত্ম নিষ্ঠাত নিদ্ৰিত; কিন্তু বিষয় নিষ্ঠাত জাগ্ৰত। সংযমীজন আত্মনিষ্ঠাত জাগ্ৰত; কিন্তু বিষয়ত নিদ্ৰিত। |
| ৭০।। আপুৰ্য্যমানম্ | ঃ | পৰি পূৰ্ণ। |
| ৭১।। পনমান | ঃ | পুৰুষে। |
| ৭২।। বিমুহ্যতি | ঃ | বিমুগ্ধ নহয়। |
| ব্ৰাহ্মী স্থিতি | ঃ | ব্ৰহ্মনিষ্ঠ অবস্থা। কামনা ত্যাগ, ইন্দ্ৰিয়সংযম, আত্মাভিমান আৰু মমত্ব বুদ্ধি বৰ্জ্জন কৰি ঈশ্বৰত পূৰ্ণ আত্ম- সমৰ্পন অথবা একশৰণ হৈ ঈশ্বৰৰ প্ৰীতিৰ অৰ্থে, জগতৰ কল্যাণৰ বাবে নিষ্কামত কৰ্ম্মানুষ্ঠান কৰি লাভ কৰা অৱস্থাই ব্ৰাহ্মীস্থিতি বা সিদ্ধি। |

